# বিচিত্ৰা

## ক'লা লেফেফা আৰু বিভিন্ন কাহিনী



ভুবনেশ্বৰ ভট্টাচাৰ্য্য

লয়াৰ্ছ বুক ষ্টল
পানবজাৰ : গুৱাহাটী
অ স ম

প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ১৯৯২

প্ৰকাশক
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ . গুৱাহাটী ৭৮১০০১

অন্তৰ্ভাগৰ ছবি  পদ্ম সিংহ

মূল্য : ২৫.০০ টকা মাত্ৰ

DTP by swastika printers
Ulubari Guwahati 781007

মুদ্ৰণ
হৰাইজন প্ৰিণ্টাৰ্ছ
দৰিয়াগঞ্জ
নিউ দিল্লী




# মোৰ কথা

চাকৰি কালত কোনো কোনো বিশেষ বিষয়ৰ ওপৰত টোকা অথবা খতিয়নি, স্মাৰক পত্ৰ, ভি আই পিৰ অভিভাষণ, বক্তৃতা আদি সময়ে সময়ে লিখিলেও গল্প বা কাহিনী লিখা কথাটো কেতিয়াও মনলৈ অহা নাছিল। অৱসৰ লোৱাৰ পাচত মোৰ প্ৰিয় বিষয়, খাদ্য, খাদ্য নিৰাপত্তা, ৰাজহুৱা বিতৰণ ব্যৱস্থা, সমবায় ইত্যাদিৰ ওপৰত দুখন পাণ্ডুলিপি প্ৰস্তুত কৰিছিলো, কিন্তু সি এতিয়াও পাণ্ডুলিপি হৈয়েই আছে, ধনৰ অভাৱত ছপাব পৰা নাই।

ইতিমধ্যে দুই এজন বন্ধুৰ উদগনি পাই চাকৰি জীৱনত ঘটা দুটা-এটা কাহিনী লিখিবলৈ আৰম্ভ কৰিলো। আগতে বাতৰি কাকতত প্ৰবন্ধ ছপাবলৈ দিয়াৰ সময়ত সম্পাদকে প্ৰবন্ধ চাৰি-পাচ পিঠিতকৈ বেচি দীঘল নকৰিবলৈ উপদেশ দিছিল। বাতৰি কাকতত ঠাইৰ অভাৱৰ বাবেই নিশ্চয় তেনে উপদেশ দিছিল। সেই উপদেশৰ কথা মনত পেলাইয়ে কাহিনীবোৰ চুটি কৰিবলৈ যত্ন কৰিছিলো। কিন্তু মোৰ স্মৃতি ৰোমন্থনৰ কাহিনী ছপাব কোনে? দৈনিক অসম বাতৰি কাকতৰ শ্ৰীঅনিল বৰুৱা আৰু শ্ৰীপ্ৰেম শৰ্ম্মাই সহায় নকৰা হ'লে কাহিনীবোৰে ছপাৰ মুখ নেদেখিলেহেঁতেন। মই সেয়ে তেখেতসকলৰ ওচৰত কৃতজ্ঞ।

দৈনিক অসমে উনৈশটা কাহিনী দুটা কিস্তিত দেওবাৰে দেওবাৰে ছপাইছিল। পাচত দৈনিক অসমৰ অন্য লেখকৰ প্ৰতি থকা প্ৰতিশ্ৰুতিৰ পৰিপ্ৰেক্ষিতত দৈনিক জনমভূমি কাকতত প্ৰকাশৰ বাবে কেইটামান কাহিনী পঠোৱা হ'ল। কেইবাটাও কাহিনী ইতিমধ্যে দৈনিক জনমভূমিত প্ৰকাশ পাইছে। মই তাৰ বাবে কাকতখনৰ কৰ্তৃপক্ষ আৰু বিশেষকৈ সম্পাদক শ্ৰীদেৱ কুমাৰ বৰা ভাওৰীয়াৰ ওচৰত ঋণী।

কাহিনীবোৰ দৈনিক অসমত প্ৰকাশ পোৱা সময়তে এদিন লয়াৰ্ছ বুক ষ্টলৰ স্বত্বাধিকাৰী বন্ধুবৰ শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাৰ লগত হোৱা দেখা সাক্ষাতত তেখেতে আৰু এনে কাহিনী লিখিবলৈ উদগনি দি নিজেই এই কাহিনীবোৰ গোটাই পুথি আকাৰে প্ৰকাশ কৰিব খুজি আশ্বাস দিলে। হাতত

স্বৰ্গ ঢুকি পালো। শ্ৰীদত্তৰূকবালৈ মোৰ হিয়া ভৰা কৃতজ্ঞতা জনালো।

বাস্তৱৰি কাকতত ওলোৱা কাহিনীবোৰ পঢ়ি বেয়া পোৱা নাই— দুই চাৰিজন পাঠক-পাঠিকাই মন্তব্য কৰিছিল। এতিয়া পুথিখনেও সেই আদৰ পালে চিৰকৃতজ্ঞ হ'ম।

শিলপুখুৰী
গুৱাহাটী

ভুবনেশ্বৰ ভট্টাচাৰ্য্য
২৫ জুলাই, ১৯৯২

# ॥ সূচীপত্র ॥

# ক'লা লেফেফা

১৯৭১ চন। ফেব্রুৱাৰী মাহৰ ১ তাৰিখে গুৱাহাটীৰ পৰা বেলেৰে তাহানিৰ লক্ষীমপুৰ জিলাৰ অতিৰিক্ত উপায়ুক্ত হিচাবে কামত যোগদান কৰিবলৈ ডিব্ৰুগড়লৈ যাওনা হৈছো। আজিকালিৰ লক্ষীমপুৰ, ধেমাজি, তিনিচুকীয়া আৰু ডিব্ৰুগড় এই চাৰিখন জিলা লগলাগি তাহানিৰ লক্ষীমপুৰ জিলা, সদৰ ডিব্ৰুগড় চহৰ। মই গৈ শ্ৰীযুত ৰমা বৰুৱা দেৱৰ পৰা কাৰ্য্যভাৰ গ্ৰহণ কৰিম। তেখেতে লক্ষীমপুৰ জিলাৰ বন্দবস্ত প্ৰাধিকাৰী (চেটেলমেণ্ট অফিচাৰ) হিচাবে ডিব্ৰুগড়তে যোগদান কৰিব।

গাড়ী পলমকৈ চলিছে। ডিব্ৰুগড় ৰেলষ্টেচন পালোগৈ ভালেমান ৰাতি— তেতিয়া প্ৰায় দুই বাজে। আগতে খবৰ দিয়া বাবে উপায়ুক্তই সহকাৰী নাজিৰক ৰেলষ্টেচনলৈ গাড়ী এখন সহ পঠাইছে। নামিয়েই সহকাৰী নাজিৰৰ পৰা খবৰ পালো যে সেই দিনাই অৰ্থাৎ দুই তাৰিখে দুপৰীয়া প্ৰধান মন্ত্ৰী ডিব্ৰুগড়লৈ আহিব। সহকাৰী নাজিৰৰ লগত সপৰিয়ালে চৌকিডিঙিত থকা বৰ্ত্তমানৰ উপায়ুক্তৰ ঘৰ পালোহি। তেতিয়া সেই ঘৰটো দুজন বিষয়াৰ বাসস্থান আছিল। আলিবাটৰ ফালৰ অংশটো অতিৰিক্ত উপায়ুক্তৰ আৰু বাকী অংশটো সদৰ মহকুমাধিপতিৰ বাবে। সহকাৰী নাজিৰক বিদায় দি টোপোলা-টাপলি খোলোতেই ৰাতি পুৱাল।

পুৱা আঠমান বজাত ওচৰৰে চৌকিডিঙি চাহ বাগিচাৰ ভিতৰত তেতিয়া থকা উপায়ুক্তৰ বাস ভৱনলৈ গলো। ঘৰটো সেই বাগানৰ মেনেজাৰৰ বাসভৱন আছিল। উপায়ুক্তৰ বাসভৱন হিচাবে এই ঘৰটো কিমান দিনৰ পৰা ব্যৱহৃত হৈ আছে কোৱা টান। সম্ভৱ পঞ্চাচৰ ভূমিকম্পত উপায়ুক্তৰ চৰকাৰী বাসভৱন ব্ৰহ্মপুত্ৰত জাহ যোৱাৰ পাচৰ পৰাই বাগানৰ এই ঘৰটো উপায়ুক্তৰ দখলত আছে। উপায়ুক্তক ঘৰতে পালো। তেখেতে অন্যান্য কথাৰ লগতে কলে যে প্ৰধান মন্ত্ৰীৰ ভ্ৰমনৰ সংক্ৰান্তত কৰিব লগীয়া বিভিন্ন কাম কাজৰ কিছু কাম শ্ৰীযুত ৰমা বৰুৱা দেৱকো চাবলৈ কোৱা হৈছে।

আগ বেলাই কামত যোগদান কৰিলো। শ্ৰীযুত বৰুৱাই অতিৰিক্ত উপায়ুক্তৰ ব্যৱহাৰৰ বাবে থকা চৰকাৰী গাড়ীখন প্ৰধান মন্ত্ৰী নোযোৱালৈকে তেখেতৰ

লগতে ৰাখিবলৈ বিচাৰি মোক অন্যান্য কাম কাজ চাবলৈ টেক্সী এখন যোগাৰ কৰি দিলে।

সেই সময়ত ডাক-তাঁৰ বিভাগৰ এটা ধৰ্ম্মঘট চলি আছিল। প্ৰধান মন্ত্ৰী আহিব বাবে ডাক-তাঁৰ বিভাগৰ উচ্চ বিষয়া সকলে অৱশ্যে ডিব্ৰুগড়ৰ আবৰ্ত্ত ভৱনৰ তলৰ কোঠা এটাত বিশেষ যন্ত্ৰ পাতি বহুৱাইছিল যাতে প্ৰধান মন্ত্ৰীৰ দিল্লীলৈ বাৰ্তা পঠাওতে বা অন্যান্য ঠাইলৈও বাৰ্তা পঠোৱাত কোনো অসুবিধা নহয়।

প্ৰধানমন্ত্ৰী মোহনবাৰী বিমান কোঠত আবেলি নামিল। তাৰ পৰা ডিব্ৰুগড়ৰ আৱৰ্ত্ত ভৱনলৈ আহি কেইমিনিট মান থাকিয়েই তেখেতে চৌকিডিঙি পথাৰত এখন ৰাজহুৱা সভাত ভাষণ দিবলৈ গ'ল। সভাৰ অন্তত প্ৰচাৰ বিভাগৰ জাতীয় সঙ্গীতৰ ৰেকৰ্ড খন নবজাৰ বাবে সকলোৰে মনত সন্ত্ৰাসৰ সৃষ্টি হ'ল— কাৰ মূৰ যায় ঠিক নাই। পিচে, প্ৰধান মন্ত্ৰীয়ে নিজেই জাতীয় সঙ্গীত গাবলৈ আৰম্ভ কৰিলে। প্ৰধান মন্ত্ৰীক দেখি সভাত উপস্থিত প্ৰায় সকলোৱে আৰু বিশেষকৈ মঞ্চত থকা বিশিষ্ট ব্যক্তি কেইজনেও জাতীয় সঙ্গীত গাবলৈ আৰম্ভ কৰিলে। জাতীয় সঙ্গীতৰ সেইদিনা সুৰ কেনেকুৱা হৈছিল সেই বিষয়ে আপোনাসকলে মোক নোসোধে যেন, কিন্তু সকলোৱে জাতীয় সঙ্গীত গাবলৈ ধৰাত ৰেকৰ্ড নবজাৰ ক্ৰটি ভালেখিনি লাঘব হৈছিল।

আমিও প্ৰধান মন্ত্ৰীৰ দলটোৰ পিচে পিচে ঘূৰি ফুৰিছো। সদিয়া কংগ্ৰেছ ভৱনৰ এখন সভাত ভাষণ দি প্ৰধানমন্ত্ৰী নিশা প্ৰায় আঠমান বজাত আৱৰ্ত্ত ভৱনলৈ ঘূৰি আহিছে। পিচদিনা খুব পুৱাতে তেখেত যোৰহাটলৈ যাবগৈ। প্ৰচাৰ বিভাগৰ জাতীয় সঙ্গীতৰ কেৰোণত বাদে বাকী সকলো কাম কাজ নিয়াৰীকৈ চলিছে।

আমি তিনি-চাৰি জনমানে আৱৰ্ত্ত ভৱনৰ তল তালাৰ কোঠা এটাত চাহ খাই কথা বতৰা পাতি আছো। বৰ ভাগৰো লাগিছে। ভাবিছো, নিশা দহ মান বজাত ঘৰলৈ যামগৈ। এনেতে নিশা প্ৰায় ন মান বজাত প্ৰধান মন্ত্ৰীৰ ব্যক্তিগত সচিবজন আহি মোক ক'লা লেফেফা (ফুল স্কেপ কাগজৰ আকাৰৰ হব) এটা দি কলে যে পিচদিনা অৰ্থাৎ তিনি ফেব্ৰুৱাৰী সদিয়াৰ ভিতৰত চিঠিখন যেনে তেনে দিল্লী পাবগৈ লাগে। ওপৰত উমাশঙ্কৰ দীক্ষিতৰ ঠিকনা লিখা আছে। ব্যক্তিগত সচিবেই ইণ্ডিয়ান এয়াৰলাইনচৰ পাইলটৰ যোগেদি চিঠিখন পঠাবলৈ কৈ গ'লগৈ।

মোক ব্যৱহাৰ কৰিবলৈ দিয়া টেক্সিখন লৈ আৱৰ্ত্ত ভৱনৰ ওচৰতে থকা এয়াৰলাইনচৰ কাৰ্য্যালয়লৈ গলো। এয়াৰলাইনচৰ ভাৰপ্ৰাপ্ত বিষয়াজন

কার্য্যালয়ৰ ওপৰ মহলাত থাকে। এই ঘৰটোত আগতে আৰু, এচ, এন আৰু আই, জি, এন জাহাজ কোম্পানীৰ মাণ্ডলিক কার্য্যালয়ৰ অধিকর্ত্তাৰ বাসভৱন আছিল। ১৯৫০ চনৰ ভূমিকম্পৰ পাচত ব্ৰহ্মপুত্ৰৰ এই খণ্ডত জাহাজ চলাচল বন্ধ হোৱাত কোম্পানীৰ কার্য্যালয়ও উঠি যায়। এয়াৰলাইনচৰ্ ভাৰপ্ৰাপ্ত বিষয়াজন ঘৰতে আছিল। তেখেতে কলে যে চিঠিখন এনেয়ে পাইলটৰ হাতত পঠোৱা উচিত নহ্‌ব। ডকুমেণ্ট কৰি পঠালে এয়াৰলাইনচক্ চিঠি পঠোৱা বাবদ অলপ টকা দিব লাগিব সঁচা, কিন্তু তেতিয়া চিঠি দিয়াৰ দায়িত্ব এয়াৰ লাইনচ্‌ৰ্ ওপৰতো পৰিব। তেখেতে আৰু ক'লে যে ডকুমেণ্ট কৰাৰ পাচত তেখেতে নিজেই পাইলটক চিঠি খন দিব আৰু কব যাতে কলিকতাৰ পৰা দিল্লীলৈ যোৱা পাইলট জনৰ হাতত তেওঁ চিঠিখন দিয়ে। ইয়াৰ উপৰিও চিঠি দিয়াত যাতে হেৰ-ফেৰ নহয়, সেই বিষয়ে চাবলৈ তেওঁ কলিকতা বিমান বন্দৰৰ বিষয়ালৈও এখন চিঠি পাইলটৰ হাতত পঠাবলৈ গাত ললে। চিঠি খন তেখেতে নাৰাখি পিচদিনা পুৱা সাতমান বজাত মোক এয়াৰ লাইনচ্ অফিচলৈ আনিবলৈ ক'লে।

আশ্বস্ত হৈ তেখেতৰ ঘৰৰ পৰা ওলালো। ওভটাৰ পথত আৱৰ্ত্ত ভৱনত পুনৰ সোমালো। উপাযুক্তক তাতে লগ পালো। প্ৰধান মন্ত্ৰী পিচদিনা পুৱাতে যোৰহাটলৈ যোৱা কথা আছিল যদিও বিশেষ এটা কাৰণত হেনো ডিব্ৰুগড় এৰাত চাৰি ঘণ্টা মান পলম হ্‌ব। সেয়ে খবৰ টো প্ৰধানমন্ত্ৰীক লৈ অনা বিমান বাহিনীৰ বিমান খনৰ চালক বৃন্দ আৰু এৰোড্ৰাম অফিচাৰক জনাব লাগে। টেলিফোন অচল, গতিকে যোগাযোগ কৰাৰ সহজ উপায় নাই। নিজেই যাবলৈ ওলালো। প্ৰধান মন্ত্ৰীৰ বিমানৰ চালক বৃন্দক ৰখা হৈছে চাবুৱাত— বিমান বাহিনীৰ মেচত। ৰাতি মেচ বিচাৰি কহতো ঘূৰি, বায়ুসেনা বিভাগৰ বহুতকে বিস্তৰ কাকুতি মিনতি কৰি, শেষত চালক বৃন্দৰ এজনক জগাই কথাষাৰ ক'লো। চাবুৱাৰ পৰা আহিলো মোহনবাৰীলৈ। মোহনবাৰীত এৰোড্ৰাম অফিচাৰক শোৱাৰ পৰা তুলি খবৰ টো জনাই ঘূৰি আহি চৌকিডিঙিৰ ঘৰ পাওঁতে নিশা দেৰ বাজি গৈছে।

প্ৰায় ১৮ ঘণ্টাৰ মূৰত ঘৰ সোমাইছো। ভাগৰে জুমুৰি দি ধৰিছে। আগ নিশাও টোপনি নাই। বস্তু বাহানিও যেনেকৈ সোমাইছিল প্ৰায় তেনেকৈয়ে আছে। টেক্সিখনৰ ড্ৰাইভাৰজনক পুৱা ছয় মান বজাত পুনৰ আহিবলৈ কৈ বিদায় দিলো।

পৰিবাৰক মাতি চাহ একাপ কৰিবলৈ কলো। ইমান ৰাতি ভাত নোখোৱাটোকেই ঠিক কৰিলো। চাহ কাপ খাই মাটিতে পাৰি থোৱা বিচনাখনত

শুইছে মাত্র— ধহমহকৈ উঠি বহি পৰিলো। ক'লা লেফেফাটো ক'ত? অত চাও, ত'ত চাই নাই। সৰ্ব্বনাশ। বুকুৱে ধান বনাদি ধপ-ধপাব ধৰিছে। ডিব্ৰুগড়ৰ ঠাণ্ডাতো সৰ্ব্বশৰীৰ ঘামিছে। হঠাতে মনত পৰিল— এয়াৰ লাইনচ্ৰ ভাৰপ্ৰাপ্ত বিষয়াজনৰ ঘৰৰ পৰা ওলাই আহি চিঠিখন গাড়ীখনৰ পিচফালৰ চিটটোৰ আৰু গাড়ীৰ পিচফালৰ আইনাখনৰ মাজত বস্তুৰখা ঠাইখিনিত থৈছিলো। কিন্তু তেতিয়াটো চাবৰ উপায় নাই। মই ব্যৱহাৰ কৰা টেক্সিখন নাহি যদি সেই মালিকৰে আন এখন টেক্সি পুৰা আহে? গাড়ী চাফা কৰোতে গেৰেজৰ মানুহে দোকমোকালিতে ভালদৰে মন নকৰি যদি অলাগতীয়াল কাগজ বুলি ক'লা খামটো পেলাই দিয়ে? টেক্সিখনৰ নম্বৰটো অৱশ্যে মনত আছে। কিন্তু থাকিলে কি হ'ব? টেলিফোন থকা হলে অৱশ্যে থানাত এটা খবৰ দিব পৰা হ'লহেতেন। এবাৰ ভাবিলো— খোজ কাঢ়িয়েই থানালৈ যাওঁ। কিন্তু তেতিয়া থানাত এজন চন্তুৰীত বাদে আন কাৰোবাক যে পাম আশা কম। পালেও পুৱাহে বিচাৰ খোচাৰ কৰিব পৰা হ'ব। গাড়ীৰ নম্বৰটোত বাদে মালিক নো কোন, ড্ৰাইভাৰৰ ঘৰেই বা ক'ত একো নাজানো। যিমানে ভাবিছো সিমানে দুঃচিন্তাই আগুৰি ধৰিছে। টোপনি কেনিবা গ'ল। পাচ মিনিটে দহ মিনিটে ঘড়ী চাইছো, গাড়ী আহিবলৈ তেতিয়াও তিনি ঘণ্টাতকৈ ওপৰ সময় বাকী। লেফেফা নাপালে যে পিচদিনাৰ পৰা চাকৰি নাই ধুৰুপ।

শোৱা নহ'ল। বাকী সময়খিনি এবাৰ বহি এবাৰ ঠিয় হৈ কটালো। ছয় বজাৰ লগে লগে গেটৰ মুখত গাড়ীৰ হৰ্ন শুনিলো। কমৰ পৰা দৌৰ মাৰি একে জাপে আগফালৰ বাৰান্দা পাৰ হৈ গেট পালোগৈ। একেবাৰে কাড়পাত যোৱাদি গৈছো। ড্ৰাইভাৰে ইতিমধ্যে সমুখৰ লোহাৰ গেটখনৰ এফাল খুলিছে। মোৰ চিন্তা বেলেগ। গাড়ীৰ পিচফালৰ দুৱাৰখন খুলি চিটৰ ওপৰফালে



হাতেৰে খেপিয়াবলৈ ধৰিলো। কিবা এটাৰ গাত হাত লাগিল— টানি আনিলো। হয়, ক'লা লেফেফাটোৱেই হয়।

গাটো ধুই, ইষ্টদেৱতাৰ নাম স্মৰণ কৰি পূৱা সাতমান বজাত পুনৰ ক'লা লেফেফা লৈ এয়াৰ লাইনচৰ অফিচলৈ জয় দূর্গা বুলি যাত্ৰা কৰিলো।

[এই কাহিনীটো "প্ৰধান মন্ত্ৰী আৰু ক'লা লেফেফা" নামেৰে দৈনিক অসম বাতৰি কাকতৰ ১৯৯১ চনৰ ৩০ জুন তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# পলায়ন

১৯৬২ চনৰ নবেম্বৰ মাহ। ভাৰত-চীন সংঘৰ্ষ অ'ত ত'ত লাগি আছে। মই তেতিয়া মাৰ্ঘেৰিটাতে আছো— টিৰাপ হস্তান্তৰিত এলেকাৰ সহকাৰী ৰাজনৈতিক বিষয়া। সীমান্তবৰ্ত্তী এলেকা হোৱা বাবে সৈন্য অহা যোৱা ক্ষীপ্ৰ গতিত চলিছে। আমাৰ কামো দিনে দিনে বাঢ়িছে।

এদিন লক্ষীমপুৰ জিলাৰ (বৰ্তমানৰ লক্ষীমপুৰ, ধেমাজি, তিনিচুকীয়া আৰু ডিব্ৰুগড় জিলা) উপায়ুক্তই অৰ্থাৎ টিৰাপ হস্তান্তৰিত এলেকাৰ ৰাজনৈতিক বিষয়াই মোক এটা জৰুৰী আলোচনাৰ বাবে ডিব্ৰুগড়লৈ মাতি পঠালে। আলোচনাত আৰক্ষী অধীক্ষক চামচুদ্দিন আহমেদো উপস্থিত আছিল। উপায়ুক্তই জনালে যে শীঘ্ৰেই এটা অভিযান হোৱাৰ সম্ভাৱনা আছে। মূহুৰ্ত্তৰ জাননীতে যাতে তাক কাৰ্য্যকৰী কৰিব পৰা যায় তাৰ বাবে ডিগবৈ, মাৰ্ঘেৰিটা, আৰু লিডু থানাত বাদেও মাৰ্ঘেৰিটা অঞ্চলত থকা চৰকাৰী কাৰ্য্যালয়ৰ মুৰব্বী সকলকো আগতীয়াকৈ সতৰ্ক কৰি থব লাগে যাতে প্ৰয়োজন মতে তেওঁলোকৰো সহায় লব পৰা হয়। অভিযান নো কি হব উপায়ুক্তই জনোৱা নাছিল, ময়ো অনুমান কৰিব পৰা নাছিলো।

প্ৰায় ৭ ৮ দিনমান পাচত নিশা প্ৰায় এঘাৰ মান বজাত উপায়ুক্তৰ কাৰ্য্যালয়ৰ সহকাৰী এজন আহি লা-মোহৰ মৰা চিঠি এখন মোক দিলে। তেওঁক এই চিঠিখন দিবলৈকে গাড়ী এখন দি মাৰ্ঘেৰিটালৈ পঠাইছে। চিঠি খুলি চালো। সেই নিশাৰ পৰাই উপায়ুক্তই আগতে জনোৱা অভিযান আৰম্ভ হ'ল। চিঠিৰ নিৰ্দ্দেশ মতে লিডু আৰু সমীপবৰ্ত্তী অঞ্চলত যিমান চীন দেশীয় লোক ১৮৬ সকলোকে আটক কৰিব লাগে, দায়িত্ব মোৰ। ডিগবৈতো তিনি ঘৰ চীনা লোক আছিল। উপায়ুক্তৰ নিৰ্দ্দেশত কোৱা হৈছে যে ডিগবৈ আৰু মাকুমৰ বাবে ডিব্ৰুগড়ৰ পৰা বেলেগে মেজিষ্ট্ৰেট পঠোৱা হৈছে।

তৎক্ষণাৎ মাৰ্ঘেৰিটা আৰু লিডু থানালৈ টেলিফোন কৰি সাজু হবলৈ খবৰ দিলো। মাৰ্ঘেৰিটা থানাত এখন ভান আছিল। থানাৰ ভাৰপ্ৰাপ্ত বিষয়াই থানাৰ ওচৰতে থকা ঠিকাদাৰ এজনৰ পৰা ট্ৰাক এখনো ললে। আধা ঘণ্টামানৰ ভিতৰত মাৰ্ঘেৰিটা থানাৰ পৰা চিপাহী-চন্তৰী আৰু কেইজনমান আৰক্ষী

বিভাগৰ বিষয়া-কৰ্ম্মচাৰী আৰু চিপাহী লৈ সিডু অভিমুখে যাত্ৰা কৰিলো। আবকাৰী বিভাগৰ লোক লোৱাৰ উদ্দেশ্য হ'ল— তেওঁলোকে চুলাই মদ তৈয়াৰ আৰু বিক্ৰী সংক্ৰান্তত সিডু চীনা বস্তি আৰু ওচৰ-পাজৰৰ গাওঁ অঞ্চলত ভালে কেইবাৰ খানা-তালাচী চলাইছে গতিকে বাট পথিকে আৰম্ভ কৰি অঞ্চলটোৰ সকলো ভলা নলা জানে।

সিডু থানাৰ বিষয়া আৰু চিপাহী আমাৰ অপেক্ষাত সিডু ৰেল ষ্টেচনৰ কাষত বৈ আছিল। সিডু চীনা বস্তি সিডু ৰেলষ্টেচনৰ পিচফালে থকা এখন ডাঙৰ গাওঁ। বহুতো চীন দেশীয় লোকৰ তাত বসতি। আমাৰে এটা সৰু দলক টিপং-টিকক অঞ্চললৈ পঠাইছো। তাতো কেইজনমান চীনা লোক আছে— কাঠমিস্ত্ৰী। বাতি চাৰে বাৰ মান বজাত সিডু চীনা বস্তি বেৰাও কৰি সকলোকে জগোৱা হ'ল। বস্তিৰ মানুহে প্ৰথমে আবকাৰী অভিযান বুলিয়েই ভাবিছিল। এঘৰ এঘৰকৈ ঘৰে ঘৰে গৈ তালিকা প্ৰস্তুত কৰাৰ কাম আৰম্ভ হ'ল।



“লাল-চীনৰ” পাচপোৰ্ট থকা সকলৰ বাবে বেলেগ তালিকা, “জাতীয়তাবাদী” চীনৰ পাচপোৰ্ট থকা লোকৰ বাবে ভিন্ন তালিকা। তালিকাও ঘৰৰ, জন্তুৰ, আচবাব-পাতি আৰু টকা পইচাৰ বাবে বেলেগ বেলেগ হব লাগিব। ইয়াত বাদেও আৰু অতিৰিক্ত কাম কিছুমান মাজতে আহি পৰিছে। সিডু চীনা

বস্তিত থকা চীনা লোক সকলৰ বহুতেই আমাৰ টিৰাপ অঞ্চলৰ জনজাতীয় ছোৱালী বিয়া কৰাইছে। তেনে অসমীয়া ছোৱালী এগৰাকীও পালো। এনে পৰিয়াল গিৰিহঁতৰ লগতে যাবনে লিডুতে থাকিব তাৰো সম্পূৰ্ণ বিবৰণ লিখিত ভাবে লব লগীয়া হ'ল। লিডু অঞ্চলৰ কাম পিছদিনা সন্ধিয়াহে সম্পূৰ্ণ হ'ল। লিডু চীনা বস্তিৰ বহুতো চীনা লোকৰ পৰিয়ালে তাতেই থকাৰ ইচ্ছা প্ৰকাশ কৰিছিল। তেওঁলোকক তাতেই থাকিবলৈ দি, পুলিচ চকি বহুৱাই আৰু বাকী আটক কৰা লোক সকলক পুলিচ পহৰাত কেবাখনো বাচত ডিব্ৰুগড়লৈ পঠিয়াই মাৰ্ঘেৰিটালৈ নিশা উভটিলো।

পিচদিনা লিডুৰ চীনা বস্তি, টিপং-টিকক অঞ্চল ঘূৰি সন্ধিয়া ৮মান বজাত ঘৰ সোমাইছোহে মাত্ৰ, ডিগবৈ থানাৰ ভাৰপ্ৰাপ্ত বিষয়া বিমলেন্দু শৰ্মাৰ পৰা টেলিফোন আহিল। শ্ৰীশৰ্মা এজন অতি কাৰ্য্যদক্ষ পুলিচ বিষয়া। তেওঁ জনালে যে অসম অইল কোম্পানীৰ "পে-আফচ" তেতিয়াও খোলা আছে, তাত কোম্পানীৰ উচ্চ-পদস্থ (এক্সিকিউটিভ অফিচাৰ) বিবাহিত বিষয়া সকলক গাইপতি চাৰি হাজাৰকৈ আৰু অবিবাহিত বিষয়া সকলক গাইপতি দুই হাজাৰ টকাকৈ অগ্ৰিম ধন দিয়া হৈছে। তেওঁ আৰু ক'লে যে শুনামতে বিষয়া সকল হেনো নিশাৰ ভিতৰতে ডিগবৈ এৰি যাবগৈ। মই এই বিষয়ে কিবা কব পাৰো নেকি জানিবলৈহে তেওঁ ফোন কৰিছে। এই বিষয়ে একো নাজানো বুলি কৈ তেওঁক ভিতৰুৱাকৈ বিষয়টোনো আচলতে কি খবৰ লবলৈ ক'লো আৰু পাচত পুনৰ টেলিফোনত যোগাযোগ কৰিম বুলি ক'লো। তেওঁৰ টেলিফোন ৰাখি উপায়ুক্তলৈ টেলিফোন কৰিলো। উপায়ুক্তইও এই বিষয়ে একো নাজানে বুলি ক'লে। অসম অইলৰ কেইজনমান জনা-শুনা বিষয়াকো টেলিফোনত যোগাযোগ কৰিবলৈ যত্ন কৰিলো, কিন্তু কাৰো পৰা কোনো সঁহাৰি নাপালো। সৰ্ব্বশেষত জেনেৰেল মেনেজাৰক টেলিফোন কৰি অফিচত পালো। জেনেৰেল মেনেজাৰ বৃটিছ নাগৰিক। সোধাত প্ৰথমে ইটো সিটো কথা কৈ বিষয় সলনি কৰিব খুজিলেও পিচত যেনিবা ক'লে যে, দিল্লীস্থ বৃটিছ হাইকমিচনৰ পৰা উচ্চ পদস্থ বিষয়া সকলৰ পৰিয়াল স্থানান্তৰিত কৰিব লাগে বুলি নিৰ্দ্দেশ পাইছে তেনে কৰা হৈছে। ক'লৈ যাব, কেনেকৈ যাব, এই সম্পৰ্কে সোধাত তেওঁ নিমাত। ক'লো যে পিচদিনা পুৱা যদি ডিগবৈত থকা অসম অইলৰ সকলো শ্ৰেণীৰ কৰ্ম্মচাৰীয়ে এই খবৰ পাই তেওঁলোকৰ পৰিয়াল বৰ্গকো কিয় স্থানান্তৰিত কৰা নহল বা নহব, এই প্ৰশ্ন তুলি বিক্ষোভ প্ৰদৰ্শন কৰে তেতিয়া তাৰ বাবে তেওঁ সম্পূৰ্ণ দায়ী হব। বিষয়টো থানাত জনাই সতৰ্ক হৈ থাকিবলৈ কোৱা হ'ল। উপায়ুক্তকো জেনেৰেল

মেনেজাৰৰ লগত হোৱা কথোপ-কথন জনোৱা হ'ল।

নিশা শুই আছো। হঠাত দুৱাৰত টক্‌টকাই মোক কোনোবাই মতা শুনিলো। গাৰুৰ কাষতে থোৱা টৰ্চ টো জলাই লেম্পটো জলালো। ঘৰত আমি তিনিজন। মই, মোৰ পৰিবাৰ আৰু আমাৰ এবছৰীয়া ল'ৰাটো। দুৱাৰ খুলি দেখো যে অসম বেলওৱেজ আৰু ট্ৰেডিং কোম্পানীৰ এজন অসমীয়া উচ্চপদস্থ বিষয়া। আমাৰ পৰিয়ালৰ বহুদিনৰ চিনাকী। ঘড়ী চাই দেখো তেতিয়া প্ৰায় দেৰটা বাজে। হঠাতে ইমান ৰাতি কিয়নো আহিল সোধাত ক'লে যে ডিগবৈৰ পৰা খবৰ পাই তেওঁলোকৰ কোম্পানীয়েও বিষয়া সকলক অগ্ৰিম ধন দি পৰিয়াল স্থানান্তৰিত কৰিবলৈ কৈছে। বিশ-পচিশ খন গাড়ী সাজু হৈ আছে, তেওঁ মাজতে কি কৰা উচিত হব এই সম্পৰ্কে মোক সুধিবলৈহে আহিছে। তেখেতক ক'লো, "কোম্পানীৰ বাকী বোৰ বিষয়া অসমৰ বাহিৰৰ। তেওঁলোকৰ পৰিয়াল অসমৰ বাহিৰৰ নিজ নিজ ঠাইলৈ হয়তো যাবগৈ। কিন্তু আপোনাৰ ঘৰ তেজপুৰত। বৰ্তমান পৰিস্থিতিত তেজপুৰলৈ যোৱাতকৈ মাৰ্ঘেৰিটাত থকাটোহে বেচি নিৰাপদ হব"। ইচ্ছা কৰিলে পৰিয়ালে সৈতে তেখেতে আমাৰ লগতো কিছু দিন থাকিব পাৰে বুলি জনালো। তেখেতে পৰিয়াল মাৰ্ঘেৰিটাতে ৰখাটো সিদ্ধান্ত কৰি গ'লগৈ।

চীনে একপক্ষীয় ভাবে যুদ্ধ বিৰতি ঘোষণা কৰিছে বুলি ৰাতিপুৱা শুই উঠিয়েই গম পালো। সকলোৱে কিন্তু বাতৰিটো তেতিয়াও পোৱা নাই, কিন্তু আগনিশা যে কোম্পানীৰ বিষয়া সকলৰ পৰিয়াল স্থানান্তৰ কৰা হৈছে সেই কথা সকলোৰে মুখে মুখে। স্থানীয় এজন বঙালি সাংবাদিকে (এই গৰাকী সাংবাদিকৰ লগত মোৰটো বাহি যোৱা নাছিলেই, মই জনা কোনো চৰকাৰী বিষয়াৰে নাছিল) আহি মোকেই দোষাৰোপ কৰিবলৈ ধৰিলে। অভিযোগ— কোম্পানীৰ বিষয়াৰ পৰিয়ালৰ নিৰাপত্তাৰ কথা চিন্তা কৰা হ'ল অথচ কোম্পানীৰ কয়লা খনিত কাম কৰা হাজাৰ হাজাৰ বনুৱাৰ পৰিয়াল তথা স্থানীয় লোকৰ কথা চিন্তা কৰা নহল, ইত্যাদি ইত্যাদি।

অসম বেলওৱেজ আৰু ট্ৰেডিং কোম্পানীৰ "পাৰ্চনেল" আৰু জন সম্পৰ্ক ৰক্ষী বিষয়া জনক (এওঁ বৃটিছ সেনা বাহিনীৰ অৱসৰ প্ৰাপ্ত লেফটেনেন্ট কৰ্ণেল) লগ পালে ভাল পালোহেঁতেন বুলি টেলিফোনতে খবৰ এটা পঠালো। খবৰ পোৱাৰ প্ৰায় লগে লগেই আহিল। তেখেতক আগনিশা কোম্পানীৰ বিষয়াৰ পৰিয়াল পঠোৱা কথাটো অন্ততঃ মোক জনোৱা উচিত আছিল বুলি ক'লো। এই ত্ৰুটিৰ বাবে তেওঁ দুখ প্ৰকাশ কৰিলে। সাংবাদিক বন্ধুজন (?) তেতিয়াও তাতেই আছিল।

যুদ্ধ বিৰতিৰ ঘোষণাই অন্যান্য বিপদৰ উপৰিও বিষয়াৰ পৰিয়াল স্থানান্তৰিত কৰা আৰু অন্যান্য কৰ্মচাৰী বা বনুৱাৰ পৰিয়াল স্থানান্তৰিত নকৰাৰ ষাতবিতণ্ডা আৰু এক সাম্ভাব্য জটিল পৰিস্থিতিৰ অন্ত পেলালে। পিচত শুনিলো যে পুৱা নিশা চাবুৱা বিমান কোঠৰ পৰা কেবাখনো ডাকোটা বিমানত দুয়োটা কোম্পানীৰ বিষয়াসকলৰ পৰিয়ালবৰ্গক বাহিৰৰ বিভিন্ন ঠাইলৈ স্থানান্তৰ কৰা হৈছিল। বাহিৰত কিছু দিন লটিঘটিৰ পাচত তেওঁলোক অৱশ্যে পুনৰ ঘূৰি আহিল।

[এই কাহিনীটো "বিপদ দেখিলে পলোৱা বিষয়াসকল" নামেৰে দৈনিক অসম বাতৰি কাকতৰ ১৯৯১ চনৰ ২৩ জুন তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# মিলিটাৰী বন্ধু

১৯৬২ চন। নিৰ্ব্বাচনৰ সময়। টিৰাপ হস্তান্তৰিত এলেকাৰ সহকাৰী ৰাজনৈতিক বিষয়া হিচাবে ডিগবৈ আৰু মাৰ্ঘেৰিটা বিধান সভা সমষ্টি দুটাত নিৰ্ব্বাচনৰ কাম কাজ চোৱাৰ দায়িত্ব মোৰ।

এটা দেওবাৰে পুৱা কাৰ্য্যালয়তে বহি নিৰ্ব্বাচন সম্পৰ্কীয় কাম কাজ কৰি আছো। দেওবাৰ হলেও হেডক্লাৰ্কক ধৰি সকলো কৰ্ম্মচাৰীয়েই কাৰ্য্যালয়লৈ আহিছে। ডিব্ৰুগড়ৰ পৰা সদৰ মহকুমাধিপতি শ্ৰীশৰনীয়াও সেই দিনা মাৰ্ঘেৰিটালৈ আহিছে— নিৰ্ব্বাচনৰ বাবে গাড়ী-মটৰ কিমান লাগিব তাৰ বুজ লবলৈ।

আচাম ৰেলওৱেজ আৰু ট্ৰেডিং কোম্পানীৰ কয়লা খনি সমূহত ভালেকেইটা ট্ৰেড ইউনিয়ন আছে। তেনে এটা ট্ৰেড ইউনিয়নৰ নেতা এজনে সেইদিনা কাৰ্য্যালয়তে মোক লগ ধৰি জনালে যে কোনো কোনো কয়লা খনিত প্ৰথম খেপত ("চিফ্‌ট্") অৰ্থাৎ পুৱা ৬ বজাৰ পৰা দুপৰীয়া ২ বজালৈ কাম কৰা বনুৱাৰ বাবে আবেলি ৪ বজাৰ ভিতৰত (সেই সময়ত ভোটদানৰ শেষ সময় ৪ বজা আছিল) ভোটদান কেন্দ্ৰত উপস্থিত হোৱা টান। তেওঁৰ বক্তব্য হ'ল যে দিনৰ দুই বজাত প্ৰথম খেপৰ অন্ত পৰিলেও খানৰ ভিতৰৰ পৰা লাইন ধৰি বাহিৰলৈ আহি, কাম কৰা সা-সৰঞ্জাম জমা দি, ঘৰলৈ গৈ হাত মুখ ধুই কাপোৰ-কানি সলনি কৰি ৪ বজাৰ ভিতৰত ভোট গ্ৰহণ কেন্দ্ৰত উপস্থিত হোৱা সকলোৰে বাবে সম্ভব নহয়। সেয়ে এই খেপৰ বনুৱাই যাতে সময়মতে অৰ্থাৎ ৪ বজাৰ ভিতৰত ভোট কেন্দ্ৰত উপস্থিত হব পাৰে তাৰ বাবে সকলো ব্যৱস্থা লবলৈ আমাৰ খানৰ পৰা কৰ্তৃপক্ষক অনুৰোধ কৰিব লাগে। প্ৰস্তাবটো যুক্তিপূৰ্ণ। নিৰ্ব্বাচনলৈ তেতিয়া বেচি দিনো নাই। সেইদিনাই মই কয়লাখনি সমূহৰ মালিক আচাম ৰেলওৱেজ আৰু ট্ৰেডিং কোম্পানীৰ জেনেৰেল মেনেজাৰক সম্বোধন কৰি এখন চিঠি লিখিলো। কোম্পানীৰ সকলো কৰ্ম্মচাৰী-বনুৱাই যাতে ভোটগ্ৰহণৰ দিনা নিৰ্দিষ্ট সময়ৰ ভিতৰত ভোট গ্ৰহণ কেন্দ্ৰত উপস্থিত হৈ নিজ নিজ ভোট দিব পাৰে তাৰ বাবে যাবতীয় ব্যৱস্থা লবলৈ চিঠিখন লিখিলো। চিঠিখনৰ ওপৰত "ইলেকচন আৰ্জেন্ট" বুলি ষ্টাম্প এটাও মাৰি দিলো। চিঠিখন ড্ৰাইভাৰৰ হাতত জেনেৰেল

মেনেজাৰৰ বঙলালৈ পঠালো।

কিছু সময় পাচত ড্ৰাইভাৰ ঘূৰি আহিল। চিঠি খন দিব নোৱাৰিলে। কলে যে কেৰাজনো চাহাবৰ লগত জেনেৰেল মেনেজাৰে বাহিৰৰ "লন"ত বহি কথা-বতৰা পাতি আছে, চিঠি নলয় বুলি কৈছে। ভাবিলো, মোৰেই ভুল হ'ল। ড্ৰাইভাৰক নপঠাই কাৰ্য্যালয়ৰ সহায়ক এজনক পঠাব লাগিছিল। চিঠিখন পুনৰ উচ্চবৰ্গৰ সহায়ক এজনৰ হাতত দি চৰকাৰী গাড়ীখনকে লৈ গৈ জেনেৰেল মেনেজাৰৰ বঙলাত দিবলৈ ক'লো।

সহায়জন উভটি আহি জনালে যে জেনেৰেল মেনেজাৰ ঘৰতে আছে যদিও দেওৱাৰ কাৰণে চিঠি লবলৈ মান্তি নহল। চিঠি নলয় বুলি সহায়কজনক হেনো তেওঁ টানকৈয়েই কৈছে। জেনেৰেল মেনেজাৰজন ইংলণ্ডৰ লোক, বৃটিছ সৈন্য বাহিনীৰ অৱসৰপ্ৰাপ্ত লেফ্‌টেনেণ্ট কৰ্নেল। দেওবাৰে চাহাবে যে চিঠি নাৰাখে সেই কথাটো জনা নাছিলো। টেলিফোনত লগ পাবলৈ যত্ন কৰিলো, কিন্তু সফল নহলো। মোৰো জেদ বাঢ়িল।

মাৰ্ঘেৰিটা থানালৈ টেলিফোন কৰি থানাৰ ভাৰপ্ৰাপ্ত বিষয়াক মাতিলো। বিষয়াজন স্থানীয় নেপালী মানুহ, বেচ ওখ-পাখ আৰু শকত। বিশ্বাসী আৰু কৰ্ত্তব্যনিষ্ঠ। তেওঁক চিঠিখন সেইদিনাই জেনেৰেল মেনেজাৰক দিবলৈ ক'লো। খঙতে ক'লো, "চিঠিখন নললে জেনেৰেল মেনেজাৰক বান্ধি আনিম বুলি কব।"

থানাৰ ভাৰপ্ৰাপ্ত বিষয়া কিছু পৰৰ পাচত উভটিল। কলে যে চিঠিখন প্ৰথমতে হোৱা নাছিল, কিন্তু পিচত চিঠিখন নিৰ্ব্বাচন সম্পৰ্কীয় আৰু নললে তেওঁৰ বিপদ হব পাৰে বুলি কোৱাতহে লৈ বহীত চহী কৰি দিছে।

নিৰ্ব্বাচন সুকলমে হৈ গ'ল। জেনেৰেল মেনেজাৰ জনক ইতিমধ্যে দুবাৰনে এবাৰ লগ পাইছো। যদিও কথা বতৰা হোৱা নাই। নেটিভৰ লগতনো কথা পাতেনে ? — তেনে ভাব।

নিৰ্ব্বাচনৰ কেইমাহমান পাচত খবৰ আহিল যে অসমৰ ৰাজ্যপালে নেফাৰ (এতিয়াৰ অৰুনাচল প্ৰদেশ) টিৰাপ অঞ্চল পৰিদৰ্শন কৰিবলৈ যাব আৰু যোৱাৰ পথত মাৰ্ঘেৰিটাত এনিশা কটাব। মাৰ্ঘেৰিটাৰ ডাক বঙলাতো চাং বঙলা ওপৰত চাৰিটা আৰু তলত এটা কম। ওপৰৰ এটা কম আহল বহল আৰু ভাল— এসময়ত ৰাষ্ট্ৰপতি আহিব বুলি কমটো বিশেষ ভাবে সজা হৈছিল। ৰাজ্যপাল আহিব বুলি শুনি ডাক বঙলা থকা টিলাতো চাক-চিকুন কৰা হ'ল আৰু কোঠা কিলাকো চুন-তেল দি ধুনীয়া কৰা হ'ল। নেফা প্ৰশাসনৰ কেইজন মান বিষয়াইও ডাক-বঙলাৰ ব্যৱস্থা চাই চিতি গ'ল।

নির্দ্দিষ্ট তাৰিখে ৰাজ্যপাল আহি পোৱাৰ কেই ঘণ্টা মান আগতে ডিব্ৰুগড়ৰ পৰা উপায়ুক্ত আৰু আৰক্ষী অধীক্ষকো আহি মাৰ্ঘেৰিটা পালেহি। ৰাজ্যপাল সময় মতেই আহিল কিন্তু মাৰ্ঘেৰিটাত নৰৈ পোনে পোনে জয়ৰামপুৰৰ ফাললৈ গ'লগৈ। হঠাতে কাৰ্য্যসূচী সলনি কৰা বাবে আমি আচৰিত হলো— বিমোড়তো পৰিলো। উপায়ুক্ত আৰু আৰক্ষী অধীক্ষক মাৰ্ঘেৰিটাতে থাকিল যদিও মই ৰাজ্যপালৰ লগত যোৱা দলৰ পিচে পিচে গৈ গৈ জয়ৰামপুৰ পালোগৈ। জয়ৰামপুৰ তেতিয়া অসম ৰাইফল্‌চ্‌ৰ সাত নম্বৰ বেটেলিয়নৰ সদৰ। গৈ পাই দেখো বিৰাট কাৰবাৰ। ৰাজ্যপালৰ সন্মানত বেটেলিয়নত "বৰাখানা" ৰ যোগাৰৰ উপৰিও বিচিত্ৰানুষ্ঠানৰ ব্যৱস্থাও কৰা হৈছে। ইটো হঠাতে কৰা ব্যৱস্থা হব নোৱাৰে। ৰাজ্যপাল জয়ৰামপুৰলৈ যাব বুলি নিশ্চয় আগতে জনাইছে। যি কি নহওক, ৰাজ্যপালক লগ ধৰি নিজৰ চিনাকী দিলো আৰু ৰাতি মাৰ্ঘেৰিটা ডাক বঙলাত থকাৰ সকলো বন্দবস্ত কৰা হৈছে বুলি জনালো। উপায়ুক্ত আৰু আৰক্ষী অধীক্ষকো ৰাজ্যপালৰ অপেক্ষাত মাৰ্ঘেৰিটাতে আছে বুলি কলো। লগ পাওঁতে ওচৰতে বহি থকা অসম ৰাইফল্‌চ্‌ৰ সপ্তম বেটেলিয়নৰ "কামাণ্ডেণ্ট" জনৰ লগত আলোচনা কৰি ৰাজ্যপালে ৰাতি ৯ বজাত মাৰ্ঘেৰিটালৈ ঘূৰিব আৰু ডাক বঙলাত থাকিব বুলি জনালে। ময়ো সেইমতে জয়ৰামপুৰৰ পৰাই টেলিফোন কৰি মাৰ্ঘেৰিটাত উপায়ুক্তক খবৰ দিলো।

প্ৰথমে বিচিত্ৰানুষ্ঠান, তাৰ পাচতহে "বৰাখানা"। বিচিত্ৰানুষ্ঠান চাই আছো— তেতিয়া সন্ধিয়া প্ৰায় চাৰে সাতমান বাজিছে। এনেতে ৰাজ্যপালৰ এ,ডি,চি জনে মোক বাহিৰলৈ মাতি নি কলে যে ৰাজ্যপাল মাৰ্ঘেৰিটাৰ ডাক বঙলাত ৰাতি নাথাকে— আচাম ৰেলওৱেজ আৰু ট্ৰেডিং কোম্পানীৰ জেনেৰেল মেনেজাৰৰ ঘৰতহে থাকিব। দুয়ো দুয়োকে হেনো আগৰ পৰাই জানে, সৈন্যবাহিনীত কৰবাত একে লগে কাম কৰিছিল। কথাটো শুনি বেয়া পালো— দুটা কাৰণত। প্ৰথম, মুহূৰ্ত্তে মুহূৰ্ত্তে সিদ্ধান্ত সলোৱা বাবে, দ্বিতীয়, এবৰ মানুহৰ লগত থাকিব খোজা বাবে— সিও বিদেশী। কথাটো টেলিফোনতে উপায়ুক্তক জনাই "বৰাখানা"ৰ বাবে অপেক্ষা নকৰি মাৰ্ঘেৰিটালৈ উভটিলো। উপায়ুক্তইও কথাটো শুনি ভাল পোৱা নাছিল। আৰক্ষী অধীক্ষকেও বিদেশী মানুহ এজনৰ ঘৰত ৰাজ্যপালৰ বাবে পহৰাত আৰক্ষী ৰাখিবলৈ অসুবিধা বোধ কৰিছিল।

মই নিৰ্ব্বাচনৰ আগে আগে হোৱা ঘটনাৰ কথা উল্লেখ কৰি ৰাজ্যপালক থৰলৈ জেনেৰেল মেনেজাৰৰ ঘৰলৈ নাযাওঁ বুলি উপায়ুক্তক ক'লো। ক'লো

যে স্থানীয় বিষয়াৰ কথাকে নকওঁ, জিলাৰ উপায়ুক্তক নোসোধাকৈ বা আগতীয়াকৈ কোনো খবৰ নিদিয়াকৈ ৰাজ্যপালে যেতিয়া এজন ব্যক্তিগত লোকৰ বাসভৱনত ৰাতি কটাব বুলি ঠিক কৰিছে, সেই ভ্ৰমন চৰকাৰী ভ্ৰমন বুলি কোৱা টান।

কিছুপৰ পাচত উপায়ুক্ত আৰু আৰক্ষী অধীক্ষকৰ লগত ডাক-বঙলাৰ টিলাটোৰ পৰা নামি আহি আমি মূল পথত কথা বতৰা পাতি ৰৈ আছো। এনেতে দূৰত ৰাজ্যপালৰ পাইলট গাড়ীৰ হুইচেল শুনি উপায়ুক্ত আৰু আৰক্ষী অধীক্ষক দুয়ো একেখন গাড়ীতে উঠি ৰাজ্যপালৰ গাড়ীৰ লগে লগে জেনেৰল মেনেজাৰৰ বাসভৱনৰ ফালে গললগৈ।

উপায়ুক্ত আৰু আৰক্ষী অধীক্ষক দুয়ো ঘূৰি আহি নিশাটো ডাকবঙলাতে কটালে। দুয়ো হেনো জেনেৰেল মেনেজাৰৰ গেটৰ বাহিৰতে ৰাজ্যপালৰ পৰা বিদায় ললে। জেনেৰেল মেনেজাৰে দুয়োকে ঘৰৰ ভিতৰলৈ মতাটো দূৰৰ কথা, মাত এষাৰো যোলে দিয়া নাছিল।

[এই কাহিনীটো দৈনিক অসম বাতৰি কাকতৰ ১৯৯১ চনৰ ৭ জুলাই তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# দীঘল চিঠি, চুটি উত্তৰ

১৯৫৫ চন। মই সেইসময়ত ডিব্ৰুগড়ত এজন কনিষ্ঠ বিষয়া। উপায়ুক্তৰ কাৰ্য্যালয়ত কোঠা কম গতিকে চৌহদৰে আন এটা ঘৰত এজন জ্যেষ্ঠ বিষয়াৰ লগত একেটা কোঠাতে মোক বহিবলৈ দিয়া হৈছে। মোৰো সুবিধা হৈছে— জ্যেষ্ঠ বিষয়া জনৰ পৰা সুধি-বুজি লবলৈ।

এই জ্যেষ্ঠ বিষয়াজন অতি নিষ্ঠাপূৰ্ণ আৰু কৰ্ত্তব্যপৰায়ণ আছিল। মোতকৈ প্ৰায় আঠমাহ আগতেই তেওঁ ডিব্ৰুগড়লৈ আহিছে। থাকে চাৰ্কিট হাউচৰ ওচৰত এটা সৰু ভাড়া ঘৰত। ভাড়া মাহে ত্ৰিশ টকা। ডিব্ৰুগড়লৈ অহাৰ সময়ৰ পৰাই "ৰিকিউজিচন" কৰা ঘৰ এটা পাবৰ বাবে যত্ন কৰি আছে। "ৰিকিউজিচন" কৰা ঘৰ খালি হলেই উপায়ুক্তই প্ৰথমে তেওঁকে দিব বুলি হেনো প্ৰতিশ্ৰুতিও দিছে। ভাড়া ঘৰটো একেবাৰে সৰু বাবে তেওঁ অকলে থাকে। পৰিয়াল গুৱাহাটীত। মই আন দুজন অবিবাহিত বিষয়াৰ লগত খলিহামাৰী অঞ্চলত এটা "ৰিকিউজিচন" কৰা ঘৰত মেচ কৰি থাকো।

এদিন পুৱা ন মান বজাত দুজন সহকৰ্মীৰ লগত চাৰ্কিট হাউচৰ সমুখত থকা খেল পথাৰখনৰ পৰা খলিহামাৰীৰ ঘৰলৈ উভটিছোঁ বাটতে ভাড়া ঘৰটোৰ সমুখত ঠিয় হৈ থকা এই জ্যেষ্ঠ বিষয়া জনে আমাক দেখি শুধিলে, "হেৰা ডেকা ল'ৰাহঁত, কৰ পৰা আহিলা?" চাৰ্কিট হাউচৰ সমুখৰ পথাৰ খনত সেই দিনা এন,চি,চিৰ এটা বাৎসৰিক উৎসৱ অনুষ্ঠিত হৈছিল। তালৈ অসমৰ ৰাজ্যপালো আহিছিল। সেয়ে নিমন্ত্ৰণ পাই আমি তালৈ গৈছিলো। কথাষাৰ ক'লত জ্যেষ্ঠ বিষয়াজনে তেওঁ সেই অনুষ্ঠানলৈ কোনো নিমন্ত্ৰন পত্ৰ পোৱা নাই বুলি ক'লে।

ঘৰ হৈ অফিচ পালোহি। জ্যেষ্ঠ বিষয়াজন আগতেই আহিছে। তেওঁ ইতিমধ্যেই ডিব্ৰুগড়ত থকা এন,চি,চি বিষয়া জনক সম্বোধন কৰি এখন চিঠি প্ৰস্তুত কৰিছে। চিঠিত এজন জ্যেষ্ঠ বিষয়া হোৱা স্বত্বেও তেওঁক কিয় এই অনুষ্ঠানলৈ মতা নহল সুধিছে। চিঠিখন লেকেৰা এটা তথাই, চিঠিনা লিখি আৰু নিজেই আঠা লগাই পিয়নজনক এন,চি,চি কাৰ্য্যালয়ত চিঠিখন দিবলৈ পঠালে। এন,চি,চি, বিষয়াৰ কাৰ্য্যালয় উপায়ুক্তৰ কাৰ্য্যালয়ৰ পৰা

ঘৰ বেচি দূৰ নহয়। তেতিয়া প্ৰায় চাৰে দহ্ মান বাজিছে।

চিঠি দি পিয়ন ঘূৰি আহিল। কিছু সময় পাচত এন,চি,চি কাৰ্য্যালয়ৰ পৰা এজন কৰ্ম্মচাৰী আহি জ্যেষ্ঠ বিষয়াজনক এখন চিঠি দি গ'লগে। চিঠিখনত এন,চি,চি বিষয়াজনে লিখিছে যে উপায়ুক্তৰ কাৰ্য্যালয়ৰ পৰা পোৱা বিষয়া সকলৰ নামৰ তালিকাৰ ভিত্তিতহে তেওঁ নিমন্ত্ৰণী চিঠি পঠাইছিল। জ্যেষ্ঠ বিষয়াজনৰ নাম উপায়ুক্তৰ কাৰ্য্যালয়ৰ পৰা পঠোৱা তালিকাত নথকা বাবে নিমন্ত্ৰণী চিঠি পঠাব পৰা নহ'ল— তাৰ বাবে এন,চি,চি বিষয়াজনে দুখো প্ৰকাশ কৰিছে।

চিঠিখন পাই জ্যেষ্ঠ বিষয়াজনে ৰেভিনিউ চিৰস্তাদাৰ (চমুকৈ আৰ,এচ) আৰু হেড এচিষ্টেণ্ট দুয়োজনকে তেওঁৰ কোঠালৈ মাতি পঠালে। উপায়ুক্তৰ কাৰ্য্যালয়ৰ পৰা পঠোৱা বিষয়াৰ তালিকাত তেওঁৰ নাম কেনেকৈ বাদ পৰিল এই বিষয়ে দুয়োকে চাবলৈ কলে আৰু তেওঁক জনাবলৈও ক'লে।

কিছু সময়ৰ পাচত হেড এচিষ্টেণ্ট পুনৰ আহিল। কাৰ্য্যালয়ৰে ভুল হৈছে বুলি স্বীকাৰ কৰি তেওঁ ক'লে যে সংশ্লিষ্ট সহায়ক জন দুদিন ছুটীত থকা সময়ত আন এজন সহায়কক ছুটীত থকা জনৰ কাম-কাজ চাবলৈ দিয়া হৈছিল আৰু সেই সময়তে এই অঘটন ঘটিছে। এই ভুলৰ বাবে সহায়ক জনক সঁকিয়াই দিয়া বুলিও হেড এচিষ্টেণ্টে জ্যেষ্ঠ বিষয়াক জনালে।

জ্যেষ্ঠ বিষয়াজন কিন্তু তাতেই ক্ষান্ত নাথাকিল। তালিকাত কনিষ্ঠ বিষয়া কেইজনৰ নাম অন্তৰ্ভূক্ত হ'ল অথচ তেওঁৰ নাম ন'হ'ল— নিশ্চয় মৰ্য্যদা ক্ষুন্ন হোৱাৰে কথা। সেয়ে সকলো কথা বিস্তাৰিত ভাৱে লিখি তেওঁ উপায়ুক্তলৈ এটা টোকা পঠালে। এই টোকাত ক্ৰটিৰ বাবে দায়ী সহায়ক/বিষয়াক চিনাক্ত কৰি তেওঁলোকক ভবিষ্যতৰ বাবে সাৱধান কৰি দিবলৈও অনুৰোধ কৰা হ'ল। জেষ্ঠ বিষয়াজনৰ হাতৰ আখৰ সৰু আৰু পকোৱা, তথাপিও টোকাটো দুই ফুলস্কেপ পৃষ্ঠাতকৈ কিছু বেচি হ'ল।

পিচদিনা আবেলি উপায়ুক্তৰ হুকুমেৰে সৈতে টোকা ঘূৰি আহিল। উপায়ুক্তৰ হাতৰ আখৰ মতা টান। যোকো হুকুমটো জ্যেষ্ঠ বিষয়াজনে দেখুৱালে— পাঠ উদ্ধাৰ কৰিব নোৱাৰিলো। শেষত আৰ,এচক মতা হ'ল। আৰ, এচ এ যি হুকুম পাই শুনালে আমাৰ সকলোৰে মাত-বোল হৰিল। হুকুমৰ অসমীয়া ভৰ্জ্জমা এনে ধৰণৰ সদৰ মহকুমাধিপতিয়ে দখল কৰি থকা বিকিউজিচন কৰা ঘৰটো দৰ্খাস্তকাৰীক দিয়া হওক।

উল্লেখ্যযোগ্য যে সেইদিনা আগবেলা ডিব্রুগড়ৰ সদৰ মহকুমাধিপতিক গুৱাহাটীলৈ বদলি কৰা হুকুম আহিছিল। জ্যেষ্ঠ বিষয়াজনৰ ইমান দীঘল টোকা দেখি ঘৰৰ কথাকে নিশ্চয় লিখিছে বুলি ভাবি উপায়ুক্তই খালী হবলগীয়া ঘৰটো জ্যেষ্ঠ বিষয়াজনৰ নামত আবণ্টন কৰিছিল।

জ্যেষ্ঠ বিষয়াজন অন্ততঃ পৰ নিযাতে থাকিল যদিও পিচত হোঁ হোঁ কৈ হাঁহি উঠিল। বিকিউজিচন কৰা ঘৰ এটা পোৱা বাবে মযো তেওঁক অভিনন্দন জনালো।

[কাহিনীটো "দীঘল চিঠি, চুটি উত্তৰ" নামেৰে ১৯৯১ চনৰ দৈনিক অসম বাতৰি কাকতৰ ১৪ জুলাই তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# সেই ডেকাজন

কেবা বছৰো আগৰ কথা।

মই তেতিয়া পৰিবহন বিভাগত কাম কৰো। এদিন দুপৰীয়া হঠাতে কোনো অনুমতি নোলোৱাকৈ এজন ডেকা মোৰ কোঠালৈ সোমাই আহি "অমুকে" (এজন লোকৰ প্ৰথম নামটো কাঢ়ি) মোলৈ টেলিফোন কৰিছিল নেকি বুলি প্ৰশ্ন কৰি সমুখৰ চকীত বহিল। নাম লোৱা মানুহজন কোন ধৰিব নোৱাৰি কোন "অমুক" বুলি সোধাত ডেকাজনে সম্পূৰ্ণ নাম আৰু উপাধি কোৱাতহে বুজিব পাৰিলো যে তেওঁ বিভাগীয় মন্ত্ৰীৰ কথা কৈছে। বিভাগীয় মন্ত্ৰীৰ পৰা সেইদিনা কোনো টেলিফোন পোৱা নাই বুলি কোৱাত ডেকাজনে মই এখন চহৰৰ (নাম উল্লেখ কৰি) জিলা পৰিবহণ বিষয়াৰ কাৰ্য্যালয়ৰ এজন কৰ্ম্মচাৰীক (নাম উল্লেখ কৰি) ডি, টি, ও শাখাৰ পৰা আৰ, টি, এ শাখালৈ কিয় বদলি কৰিছো সোধে আৰু সেই বদলি তৎক্ষণাৎ ৰদ কৰিবলৈ প্ৰায় একৰকম হুকুমেই দিয়ে। মই বদলি কিয় কৰা হ'ল তাৰ কৈফিয়ৎ বিভাগীয় মুৰব্বীকহে প্ৰয়োজন হ'লে দিম বুলি কোৱাত ডেকাজনে তেওঁ কোন মই চিনি পাইছোনে নাই সোধে। ডেকাজনে যে নিচা খাই আহিছে সেই বিষয়ে মই নিসন্দেহ। ডেকা জনৰ ফালে চাই থকা দেখি ডেকাই তেওঁ এটা আঞ্চলিক ৰাজনৈতিক দলৰ (নাম উল্লেখ কৰি) এখন জিলাৰ (নাম উল্লেখ কৰি) উপ-সভাপতি বুলি চিনাকী দি ভাবুকি দি কয় যে কৰ্ম্মচাৰীজনৰ বদলি ৰ'দ নকৰিলে তেওঁ হেনো মোক "চাই" লব।



ইমান সময়ে সহ্য কৰি আছিলো যদিও তেতিয়া মোৰো ধৈৰ্য্যৰ সীমা পাৰ হৈ গৈছে। ঠিয় হৈ উচ্চস্বৰে ডেকাজনক তৎমুহূৰ্ত্তে কোঠাৰ পৰা ওলাই যাবলৈ ক'লো। ডেকাই থতমত খালে। ইফালে কাৰ্য্যালয়ৰ কেবাজনো কৰ্ম্মচাৰীয়ে কি হ'ল বুলি মোৰ কোঠালৈ সোমাই আহিল। ডেকাৰ ব্যৱহাৰ আৰু মোক চাই লব বুলি কোৱা কথাষাৰ সোমাই অহা কৰ্ম্মচাৰী কেইজনক কোৱাত ডেকাৰ নিচা হৰিল আৰু গতি বিষম বুজি কোঠাৰ পৰা ওলাই ডেকাই ল'ৰ মাৰিলে।

ডেকা জনে যি জন কৰ্ম্মচাৰীৰ বদলি ৰ'দ কৰিবলৈ আহিছিল সেই কৰ্ম্মচাৰীজন এখন মফচল চহৰৰ জিলা পৰিবহন বিষয়াৰ কাৰ্য্যালয়ত ডি, টি, ও শাখাত বহু বছৰ ধৰি একেলেঠাৰীকৈ কাম কৰি আছে। তেওঁৰ বিপক্ষে অভিযোগ বহুতো— আটাইবোৰ দুৰ্নীতিৰ। যথেষ্ট ৰাজনৈতিক ক্ষমতা পিচত থকা বাবে কৰ্ম্মচাৰীজনক কোনেও বদলি কৰিব পৰা নাছিল। মই অহাৰ পাচত সেই কৰ্ম্মচাৰীজনক সেই কাৰ্য্যালয়ৰে ডি, টি,ও শাখাৰ পৰা আৰ, টি,এ শাখালৈ বদলি কৰা হৈছিল। আৰ, টি,এ শাখাত কৰ্ম্মচাৰীজনে তেওঁৰ "আমদানী" হ্ৰাস পাব বুলিয়েই হয়তো বদলি ৰ'দ কৰিবলৈ উঠি-পৰি লাগিছিল। বহুতো নেতা, পালি-নেতাৰ যোগেদি কৰ্ম্মচাৰীজনে বদলি নাকচ কৰিবলৈ যত্ন কৰিছিল— এক মাত্ৰ এই ডেকা জনেই নহয়।

ঘটনাৰ পাচতে বিভাগীয় মন্ত্ৰীলৈ টেলিফোন কৰিলো। ঘটনাৰ কথা কওঁতে মন্ত্ৰীয়ে ডেকাজনে তেওঁকো লগ পাই কৰ্ম্মচাৰীজনৰ বদলি নাকচ কৰিবলৈ অনুৰোধ কৰা বুলি ক'লে। ময়ো মন্ত্ৰীক এই কৰ্ম্মচাৰীজনৰ বদলি ৰ'দ বা স্থগিত ৰাখিবৰ বাবে তেওঁ যাতে কোনো ধৰণৰ হুকুম নিদিয়ে তাৰ বাবে টানি অনুৰোধ জনালো। মন্ত্ৰী মান্তি হ'ল।

মই চৰকাৰী চাকৰীৰ পৰা ইতিমধ্যে অৱসৰ লৈছো। এদিন হঠাতে বাতৰি কাকতত দেখো যে এই ডেকাইও সেই আঞ্চলিক ৰাজনৈতিক দলৰ হৈ নিৰ্ব্বাচনত নামিছে। এতিয়ালৈকে যে চৰকাৰী চাকৰি কৰি থাকিব লগা হোৱা নাই সেই কথা ভাবি নিজৰে ভাল লাগিছে।

[এই কাহিনীটো "সেই ডেকাজন" নামেৰে দৈনিক অসম বাতৰি কাকতৰ ১৯৯১ চনৰ ২১ জুলাই তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# ল'ৰা ৰজা

চাকৰীত সোমোৱাৰ সময়ত দেখিছিলো যে মন্ত্ৰী-উপমন্ত্ৰীয়ে বিষয়াক মাতিলে কি বিষয়ে জানিবলৈ বা আলোচনা কৰিবলৈ মাতিছে সেই কথা মাতিবৰ সময়তে জানিবলৈ দিয়ে। এনে কৰাৰ মুখ্য উদ্দেশ্য হৈছে বিষয়াজনে আলোচ্য বিষয়টো জনাৰ উপৰিও যাতে বিষয়টোৰ শেহতীয়া পৰিস্থিতি আদি সম্পৰ্কে প্ৰয়োজন বোধে নথী-পত্ৰও চাই আহিব পাৰে। এই প্ৰথা ষাঠীৰ দশকলৈ কম বেচি পৰিমাণে আছিল, কিন্তু তাৰ পিচৰপৰাই ক্ৰমাৎ ই নাইকিয়া হৈ আহিবলৈ ধৰিলে। অৱসৰ লবৰ আগৰ দশকত দেখিলো যে বহুতো মন্ত্ৰী উপমন্ত্ৰীয়ে আন আন বিভাগৰ বিষয়াকো হকে-বিহকে মাতি পঠায়। কি বিষয়ে আলোচনা কৰিবলৈ মাতিছে সেই কথা তেওঁলোকক লগ নোপোৱালৈকে জনাৰ উপায় নাছিল। এনেদৰে মাতি পঠিয়ালে অৱশ্যে বুজিব পাৰি যে বিষয়টোত ব্যক্তিগত স্বাৰ্থ জড়িত। শতকৰা নব্বৈ ভাগ ক্ষেত্ৰতে ই সঁচাও হয়। ব্যক্তিগত স্বাৰ্থবোৰ এনে ধৰণৰ যেনে— কোনোবা এজনক এঠাইৰ পৰা আন ঠাইলৈ বদলি কৰা, কাৰোবাক বাহিৰৰ পৰা নিমখ আমদানী কৰিবলৈ অনুজ্ঞাপত্ৰ দিয়া, সম্বন্ধীয় বা অদূৰ ভৱিষ্যতে সম্বন্ধীয় হ'ব তেনে লোকক উচ্চ মাধ্যমিক বা উচ্চতৰ মাধ্যমিক বিদ্যালয়ত নিযুক্তি দিয়া, কোনো বিশেষ বিদ্যালয়ত টকা দিয়া, বহু পাচত স্থাপিত হোৱা কোনো বিশেষ বিদ্যালয়ক অগ্ৰাধিকাৰ দি প্ৰাদেশীকিকৰণ কৰা, বানপানীত বিদ্ধস্ত নহলেও বানপানী শিতানত পোৱা টকাৰ পৰা সমষ্টিৰ স্কুলক টকা দিয়া, ইত্যাদি, ইত্যাদি।

চাকৰিৰ আৰম্ভৰ সময়চোৱাত আৰু দেখিছিলো যে কাচিৎহে কোনো মন্ত্ৰীয়ে তাকো বৰ জৰুৰী চৰকাৰী কথাতহে আন বিভাগৰ বিষয়াক নিজৰ কোঠালৈ মাতিছিল। কোনো মন্ত্ৰীয়ে তেওঁৰ নিজা বিভাগ কেইটাত বাদে আন বিভাগত কোনো ধৰণৰ হস্তক্ষেপ নকৰিছিল আৰু কিবা কৰলগীয়া থাকিলেও বিভাগীয় মন্ত্ৰীকহে কৈছিল বা বিভাগীয় মন্ত্ৰীৰ যোগেদিহে সংশ্লিষ্ট বিষয়াক কৈছিল। দিন বাগৰাৰ লগে লগে পৰম্পৰাগত প্ৰথাবো সলনি হ'ল।

মই তেতিয়া শিক্ষা বিভাগত কাম কৰো। কাৰ্য্যালয়ত কাম কৰি থকোতে হঠাতে এদিন এজন অন্য বিভাগৰ মন্ত্ৰীৰ পৰা টেলিফোন আহিল যে সোনকালে তেওঁক এবাৰ লগ ধৰিব লাগে। কিনো কথা টেলিফোনত জানিব খোজাত ক'লে যে বিষয়টো জৰুৰী গতিকে লগ পালেহে কব পাৰিব। অলপ আগতে আন এজন মন্ত্ৰীৰ ওচৰৰ পৰা আহি চকীত বহিছো মাত্ৰ— অহেতো যাবৰ হ'লেই। বাহিৰৰপৰা দেখা কৰিবলৈ অহা কেইজনমান লোকক বিদায় দি উঠিম বুলি ভাবি দুজন মানক লগ ধৰোতেই মন্ত্ৰীৰ ব্যক্তিগত সচিব হাজিৰ হ'লহি। কাম-কাজ বাদ দি উঠিলো।

মন্ত্ৰীৰ কোঠাত সোমাই দেখিলো— কোঠাটো ধোঁৱাৰে ভৰি আছে— পাচ-ছয়জন মান ল'ৰাই চিগাৰেট হুপি মন্ত্ৰীৰ লগত মেল মাৰি আছে। চিগাৰেটৰ ধোঁৱাত অস্বস্তি বোধ কৰিলো। মন্ত্ৰীয়ে কলে যে তেওঁৰ ঘৰৰ ওচৰত থকা উচ্চতৰ মাধ্যমিক বিদ্যালয় খনত এগৰাকী মহিলাক বিষয় শিক্ষয়ত্ৰী হিচাবে নিযুক্তি দিয়া হৈছে। সেই গৰাকী শিক্ষয়ত্ৰীক সেইখন বিদ্যালয়ত নিদি আন এগৰাকী মহিলাকহে তাত নিযুক্তি দিব লাগে। কাক নিযুক্তি দিব লাগে তেওঁৰ নাম লিখি কাগজৰ টুকুৰা এটাও মোৰ হাতত দিলে। বিদ্যালয়ৰ শিক্ষক শিক্ষয়ত্ৰীক সংশ্লিষ্ট সঞ্চালকেহে নিযুক্তি দিয়ে আৰু মহিলা গৰাকীৰ নামটো বিবেচনাৰ বাবে সঞ্চালকৰ ওচৰলৈ পঠাম বুলি কৈ লৰালৰিকৈ বিদায় ললো।

বিষয়টো সম্পৰ্কে সংশ্লিষ্ট সঞ্চালকক সোধাত তেওঁ কলে যে মন্ত্ৰীয়ে এই বিষয়ে তেওঁকো হেনো কেবাদিনো আগতেই কৈছিল। মন্ত্ৰীয়ে দিব বিচৰা মহিলা গৰাকীৰ নাম বাচনি কমিটিয়ে পঠোৱা বাচনি তালিকাত নাই বুলিও সঞ্চালকে জনালে।

পিচদিনা বিষয়টো সম্পৰ্কে মন্ত্ৰীজনক টেলিফোনতে জনোৱাত তেওঁ উত্তেজিত হৈ উঠি ক'লে যে সেইখন স্কুলত তেওঁ নাম দিয়া মহিলা গৰাকীক নিযুক্তি নিদিলে তেওঁ অন্য কাকো তাত যোগদান কৰিবলৈ নিদিয়ে আৰু কোনোৱা আহিলেও "কোবাই খেদি দিব" ইত্যাদি ইত্যাদি। এনেকুৱা ধৰণৰ কথা বতৰাটো কোনো মন্ত্ৰীৰ পৰা আগতে শুনা নাছিলো। কলো, "আপোনাৰ যিমান বয়স হ'ল তাতকৈ সম্ভৱ মই বেচি দিন চৰকাৰী চাকৰী কৰিছো। স্কুলখন আপোনাৰ পৈত্ৰিক সম্পত্তি নহয়। মোক ভয় দেখুৱাবলৈ যত্ন নকৰিব। ভৱিষ্যতে কথা বতৰাত মাৰ্জ্জিত হলেহে আপোনাৰ পদবীৰ সন্মান ৰক্ষা কৰাত আপুনি সফল হব।" কথাষাৰ কৈয়েই টেলিফোন ৰাখিলো।

টেলিফোনত কথা হবৰ সময়ত কাৰ্য্যালয়ৰ কেইজনমান কৰ্মচাৰীৰ উপৰিও

দুজন সম্ভ্ৰান্ত ব্যক্তিও মোৰ কোঠাত উপস্থিত আছিল। কথা শুনি তেওঁলোকেও দুখ প্ৰকাশ কৰিলে। বিভাগীয় মন্ত্ৰীকো মই কথাষাৰ জনালো। তেওঁ বিষয়টো মুখ্যমন্ত্ৰীৰ দৃষ্টিগোচৰ কৰিব বুলি আশ্বাস দিলে।

এই ঘটনাৰ পিচত অৱশ্যে এটা কথাৰ পৰা সকাহ্ পালো। মন্ত্ৰী হৈ থকা সময়ৰ ভিতৰত এই গৰাকী মন্ত্ৰীৰপৰা আৰু কোনো টেলিফোন পোৱা নাছিলো।

[এই কাহিনীটো "পদৰ মৰ্যাদা নুবুজা মন্ত্ৰী" নামেৰে দৈনিক অসম বাতৰি কাকতৰ ১৯৯১ চনৰ ৪ আগষ্ট তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# সমবায়ৰ যোগেদি খাদ্য আমদানী

১৯৭৪ চন। দেশৰ খাদ্য পৰিস্থিতি সঙ্কটজনক। মুখ্যতঃ ধৰি খাদ্য-শস্য, বিশেষকৈ ঘেঁহুৰ উৎপাদন কম হোৱাত খাদ্য-শস্যৰ নাটনি হোৱাৰ লগতে দাম উৰ্দ্ধমুখী হৈছিল। ১৯৭২ আৰু ১৯৭৩ চনৰ শেষত দেশখনত ক্ৰমে ৩ দশমিক ৪ আৰু ২ দশমিক ৮ নিযুত টন খাদ্য-শস্যহে মজুত আছিল। তাৰোপৰি ১৯৭৩ চনত ভাৰত চৰকাৰে ঘেঁহুৰ পাইকাৰী ব্যৱসায় হাতত লৈ ৮ দশমিক ৫ নিযুত ঘেঁহু সংগ্ৰহৰ যি লক্ষ্য লৈছিল তাৰ প্ৰায় আধাহে সংগৃহীত হোৱাত এটা বিপদজনক পৰিস্থিতিৰ সৃষ্টি হৈছিল। এই নাটনিৰ প্ৰভাৱ অসমতো বাৰকৈয়েই পৰিছিল। ১৯৭৩-৭৪ চনত অসম চৰকাৰৰ হিচাব মতে ৰাজ্যখনত ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ জৰীয়তে যোগান ধৰিবলৈ মাহিলি প্ৰয়োজনীয় ২৮ হাজাৰ টন ঘেঁহুৰ বিপৰীতে ৰাজ্যখনে মাত্ৰ ১৩ হাজাৰ টন কৈহে ঘেঁহু পাইছিল আৰু ১৯৭৪ চনৰ আগভাগত সেই আবণ্টন ৮ হাজাৰ টনলৈ হ্ৰাস পাইছিল। ৰাজ্যখনত এনে এটা পৰিস্থিতিৰ সন্দৰ্ভত অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহ ডাঙৰীয়াই সেই সময়ৰ পাঞ্জাবৰ ৰাজ্যপাল শ্ৰীযুত মহেন্দ্ৰমোহন চৌধুৰী ডাঙৰীয়া আৰু মুখ্যমন্ত্ৰী জ্ঞানী জাইল সিংৰ সৈতে অসমলৈ কিছু পৰিমান ঘেঁহু পাঞ্জাবৰ পৰা আনিব পৰা যায় নেকি সেই সম্পৰ্কে চিঠি-পত্ৰ আদান প্ৰদান কৰিছিল।

মই তেতিয়া গুৱাহাটীত অসম কোঅপাৰেটিভ এপেক্স মাৰ্কেটিং চোচাইটিৰ পৰিচালক সঞ্চালক আৰু লগতে চেয়াৰমেনো। মুখ্য সচিব শ্ৰীধৰ্ম্মানন্দ দাস ডাঙৰীয়াই এদিন মোক মাতি ঘেঁহু অনা সম্পৰ্কে পাঞ্জাব চৰকাৰৰ লগত কথা বতৰা হবৰ বাবে চণ্ডীগড়লৈ যাবলৈ ক'লে। যিহেতু ইতিমধ্যেই পাঞ্জাবত ঘেঁহু সংগ্ৰহৰ কাম আৰম্ভ হৈছে সেয়ে যিমান সোনকালে পাৰো ৰাওনা হবলৈ তেখেতে মোক নিৰ্দ্দেশ দিলে। মোৰ লগত আৰু দুজন বিষয়া যাব বুলিও তেখেতে কলে— এজন যোগান বিভাগৰ জ্যেষ্ঠ বিষয়া আৰু আনজন অসম চৰকাৰৰ পৰিবহন বিভাগত বিশেষ বিষয়া হিচাবে কাম কৰি থকা ৰেল প্ৰশাসনৰ বিষয়া। সেই সময়ত সমগ্ৰ দেশতে ৰেল কৰ্ম্মচাৰীৰ ধৰ্মঘট চলি আছিল। গতিকে ৰেল প্ৰশাসনৰ বিষয়া এজন লগত গলে বহু পঠিওৱাত

সুবিধা হ'ব বুলি ভাবিয়েই মুখ্যসচিবে তেনে ব্যৱস্থা হাতত লৈছিল।

পিচদিনখন অসম কোঅপাৰেটিভ এপেক্স বেঙ্কৰ পৰা ৫০ লাখ টকাৰ এখন ড্ৰাফট্ লোৱা হ'ল যাতে প্ৰয়োজন হলে সেই টকা বেঁহ কিনাৰ বাবদ আগধন হিচাবে দিব পাৰো। আমাৰ মুখ্য মন্ত্ৰীয়ে পাঞ্জাবৰ মুখ্যমন্ত্ৰীলৈ এখন চিঠি লিখি মোকেই হাতে হাতে দিবলৈ ক'লে। তাৰ পিচদিনা দিল্লী অভিমুখে যাত্ৰা কৰিলো, অকলেই— লগত যাব লগা বিষয়া দুজনে নানা অজুহাত দেখুৱাই যোৱাৰ পৰা বিৰত থাকিল।

সন্ধিয়া দিল্লী পাই জাতীয় কৃষি সমবায় অনুষ্ঠান "নাফেড"ৰ এজন বিষয়াৰ লগত যোগাযোগ কৰিলো। অসমৰ এপেক্স মাৰ্কেটিং চোচাইটিৰ পৰিচালক সঞ্চালক আৰু চেয়াৰমেন হিচাবে ময়ো তেতিয়া "নাফেড"ৰ পৰিচালক মণ্ডলীৰ এজন সদস্য। সেয়ে যোগাযোগ কৰাত সুবিধা হ'ল। বিষয়া জনক মোৰ অহাৰ উদ্দেশ্য ক'লো। তেওঁ কলে যে তেওঁও এদিনৰ পিচতে চণ্ডীগড়লৈ যোৱা কথা। ভালেই পালো। তেওঁৰ গাড়ীতে উঠি চণ্ডীগড় পালোগৈ। পাঞ্জাবৰ শীৰ্ষ বেচা-কিনা সমবায় অনুষ্ঠান "মাৰ্কফেড"ৰ পৰিচালক সঞ্চালক শ্ৰীপুনীৰ দিল্লীৰপৰাই টেলিফোনত কথা হৈছিলো। "মাৰ্কফেড"ৰ কাৰ্য্যালয় পাওঁতে আমাৰ সন্ধিয়া হৈছিল যদিও তাত এজন কৰ্ম্মচাৰী আমাৰ অপেক্ষাত আছিল। তেৱেঁই মোক ৮ নং চেক্টৰত থকা "মাৰ্কফেড্"ৰ অতিথিশালালৈ লৈ গ'ল।

সচিবালয়ত পিচদিনা উপস্থিত হৈ মুখ্যমন্ত্ৰীৰ প্ৰধান সচিব শ্ৰীওজাক লগ ধৰিলো। ওজা ভাৰতীয় প্ৰশাসন সেৱাৰ এজন জ্যেষ্ঠ বিষয়া। মুখ্যমন্ত্ৰীৰ বাহিৰৰ কোঠাত কেবাজনো দৰ্শনাৰ্থী থকা স্বত্তেও শ্ৰীওজাই মোক মুখ্যমন্ত্ৰীৰ ওচৰলৈ লৈ গ'ল। মই নমস্কাৰ জনাই আমাৰ মুখ্যমন্ত্ৰীয়ে তেখেতলৈ লিখা চিঠিখন দিলো। তেখেতে চিঠিখন পঢ়ি ওজাক দিলে আৰু গুৰুমুখী ভাষাতেই মোলৈ চাই কিছু কথা ক'লে। একো বুজা নাছিলো যদিও মাজে মাজে মূৰ দুপিয়াইছিলো। তেখেতৰ কোঠাৰপৰা ওজাৰ কোঠালৈ ঘূৰি আহি মুখ্যমন্ত্ৰীয়ে কিনো ক'লে শুধিলো। ওজাই মিচিকিয়াই হাঁহি কলে যে মুখ্যমন্ত্ৰীয়ে মোক বোধহয় পাঞ্জাবী বিষয়া বুলি ভাবিয়েই গুৰুমুখী ভাষাতে তেখেতৰ বক্তব্য কৈছিল। শ্ৰীওজাই ক'লে যে মুখ্যমন্ত্ৰী আমাৰ প্ৰতি সহানুভূতিশীল। সংগ্ৰহ আৰু বাহি অনুযায়ী আমাক কিস্তি হিচাবে অন্ততঃ ৫০ হাজাৰ টন মান বেঁহ দিবলৈ তেখেতে খাদ্যমন্ত্ৰীক পৰামৰ্শ দিব বুলি কৈছে। মনটো ভাল লাগিল।

খাদ্যমন্ত্ৰীকো সেইদিনাই অলপ পিচতে লগ ধৰিলো। ডেকা মানুহ; অতি সুন্দৰ ব্যৱহাৰ আৰু অমায়িক। মোৰ কথা শুনি তেখেতে কলে যে

পাঞ্জাবত ঘেঁহু সংগ্ৰহৰ কাম আৰম্ভ হৈছেহে মাত্ৰ। কেন্দ্ৰীয় ভঁৰালতো সেই বছৰ পাঞ্জাবে ভালেখিনি ঘেঁহু দিব লাগিব। গতিকে কেন্দ্ৰীয় ভঁৰালত আগতে কিছু ঘেঁহু নিদিয়াকৈ আমাক ঘেঁহু দিয়া টান হ'ব। তেখেতে সেই দিনাই আবেলি দিল্লীলৈ যাব গতিকে মোক কেইদিনমান পাচত তেখেতক পুনৰ লগ ধৰিবলৈ ক'লে। যেনেতেনে কিছু ঘেঁহু প্ৰথম কিস্তি হিচাবে দিবলৈ কাকুতি মিনতি কৰাত খাদ্যমন্ত্ৰী দিল্লীৰ পৰা ঘূৰি আহি আমাক দুই "ৰেক" (ব্ৰডগজ) ঘেঁহু দিব বুলি আশ্বাস দিলে।

খাদ্যমন্ত্ৰী ঘূৰি নহালৈ মোৰ বিশেষ কাম নাই। তথাপিও "মাৰ্কফেড" আৰু পাঞ্জাব চিভিল চাপ্লাইজ্ কৰ্পোৰেচন (চমুকৈ 'পানচাপ') ৰ কাৰ্য্যালয় দুটালৈ দৈনিক অহা যোৱা কৰি ঘেঁহু সংগ্ৰহৰ অগ্ৰগতিৰ খা-খবৰ লৈ আছো আৰু দুই-এক বিষয়াৰ লগত চিনাকীও হৈছো। এদিন সন্ধিয়া ৰাজভৱন পালোগৈ— ৰাজ্যপালক দেখা কৰাৰ উদ্দেশ্যে। চণ্ডীগড়লৈ মই যোৱাৰ ২-৩ দিন পাচতহে ৰাজ্যপালক দেখা কৰিবলৈ যোৱাত ৰাজ্যপাল শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীয়ে মোৰ ওপৰত প্ৰথমে বৰ খং কৰিলে। প্ৰথমে নিমাত হৈ তেখেতৰ গালি শুনিলো। পিচত কলো, "চাৰ, মই নিজে একো নকৰাকৈ পোনে পোনে আপোনাৰ ইয়ালৈ অহা হ'লে আপুনি মোক নিশ্চয় অকৰ্ম্মন্য বা অপদাৰ্থ বুলি ভাবিলেহেতেন, এতিয়া অন্ততঃ দুই ৰেক ঘেঁহুৰ প্ৰতিশ্ৰুতি লবলৈ সমৰ্থ হৈছো। বাকীখিনি ঘেঁহুৰ বাবে আপুনি নিশ্চয় মুখ্যমন্ত্ৰীক মাজে মাজে সোঁৱৰাই দিব লাগিব— নহলে পোৱাত পলম হব পাৰে।" তেখেতৰ খং মাৰ গ'ল। ক'ত আছো সুধিলে আৰু থকাত অসুবিধা হ'লে ৰাজভৱনত থাকিবলৈ ক'লে। মই থকাত কোনো অসুবিধা হোৱা নাই বুলি কোৱাত তেখেতক দৈনিক লগ পাই খবৰ বাতৰি দি থাকিবলৈ ক'লে। ৰাজ্যপালৰ পত্নী আহিও কুশল বাৰ্তা সুধি গ'ল। ৰাতি ভাত খাইহে "মাৰ্কফেড"ৰ অতিথি-শালালৈ উভটিলো।

লগত নিয়া ৫০ লাখ টকা আগধন হিচাবে দি প্ৰথম দুটা ঘেঁহুৰ ৰেক পাতিয়ালা ৰেলষ্টেচনৰ পৰা গুৱাহাটীলৈ পঠালো। ৰেলকৰ্ম্মচাৰীৰ ধৰ্ম্মঘট থকা স্বত্তেও এই দুটা ৰেক ১২ দিনৰ মুৰত নিউ বঙাইগাওঁ ৰেল ষ্টেচন পাইছিল বুলি খবৰ পাইছিলো। চণ্ডীগড়ত থকা "নাফেড"ৰ কাৰ্য্যালয় আৰু কেইজনমান ৰেল বিষয়াৰ বিশেষ সহযোগ নোপোৱা হ'লে ইমান সোনকালে ঘেঁহু পঠোৱা সম্ভৱ নহলহেঁতেন।

ৰাজ্যপালক সময়ে সময়ে গৈ খবৰ দিওঁ। মাজতে আৰু টন কিছু লেহেৰ হোৱাত ৰাজ্যপালে মোক এদিন ক'লে যে পিচদিনা মুখ্যমন্ত্ৰী আবেলি তেখেতৰ

তালৈ অহা কথা। মৰো যেন সেই সময়ত উপস্থিত থাকো। পিচদিনা মুখ্যমন্ত্ৰীৰ লগত হোৱা আলোচনাৰ সময়তে মোলৈ আঙুলিয়াই দি তেখেতে অসমৰ পৰিস্থিতিলৈ চাই পাৰিলে আৰু কিছু ধেঁহু দিবলৈ অনুৰোধ কৰিলে। মুখ্যমন্ত্ৰী তৎক্ষণাৎ মান্তি হ'ল।

এদিন, কিবা অসুবিধা পাইছো নেকি বুলি ৰাজ্যপালে সোধাত কলো, "চাৰ, নাম-ফলক-পাঞ্জাব বুলি লিখা গাড়ী এখন এদিন দিলে মোৰ বৰ সুবিধা হ'লহেতেন।" কিয় বুলি সোধাত কলো যে তেনে এখন গাড়ীত সচিবালয় বা যোগান বিভাগৰ কাৰ্য্যালয়লৈ যোৱা দেখিলে "ৰিচেপচনত" বেচিসময় অপেক্ষা কৰিব বোধহয় নালাগিব। দুই-তিনিদিন তেনেকুৱা গাড়ী এখনত অফিচবোৰলৈ অহা-যোৱা কৰিছো। কোৱা বাহুল্য যে বহুতো সময়ত দিনটোৰ কাম এক-দেৰ ঘন্টাতে হৈছে।

একেৰাহে ২৬ দিন চণ্ডীগড়ত থাকিলো। মোৰ ভনী এজনীৰ বিয়াও যোৰহাটত ইতিমধ্যে হৈ গ'ল, মইহে থাকিব নোৱাৰিলো। ২৬ দিনৰ অন্তত গুৱাহাটীলৈ উভটিলো, কিন্তু ধেঁহু পঠোৱা কাম তেতিয়াও শেষ হোৱা নাই। মই চণ্ডীগড়ত থাকোতেই এপেক্স মাৰ্কেটিংত সেই সময়ত কাম কৰা সমবায়ৰ এজন ডেপুটী ৰেজিষ্ট্ৰাৰক চণ্ডীগড়লৈ মাতি পঠিয়াইছিলো— বাকী কাম কাজখিনি চাবলৈ। নাম পৰিমল চৌধুৰী। ইমান সৎ আৰু পৰিশ্ৰমী বিষয়া মই চাকৰি জীৱনত পোৱা নাই। ইতিমধ্যে মোক সহায় কৰিবলৈ চৰকাৰে দুজন যোগান বিভাগৰ ইন্সপেক্টৰো পঠিয়াইছিল। এই দুজন বিষয়াৰ কথা যিমানেই কম কোৱা যায় সিমানেই ভাল। কামত তথৈবচ দেখি সাত দিনমানৰ মূৰত ঘৰৰ ল'ৰা ঘৰলৈ পঠালো।

এমাহমানৰ পাচত পুনৰ চণ্ডীগড়লৈ গৈছিলো। সেই বছৰ মুঠতে আমি পাঞ্জাবৰ "মাৰ্কফেড" আৰু "পানচাপ" আৰু হৰিয়ানাৰ শীৰ্ষ সমবায় অনুষ্ঠান "হাফেড"ৰ পৰা মুঠ ৭১,৬৬৬ টন ধেঁহু আৰু ৪৫১৪ টন চাউল অসমলৈ আনিব পাৰিছিলো। অসমৰ সেই সময়ৰ মুখ্যমন্ত্ৰী আৰু মুখ্যসচিবৰ তৎপৰতা আৰু পাঞ্জাবৰ ৰাজ্যপাল আৰু মুখ্যমন্ত্ৰীৰ সহানুভূতি নোপোৱা হ'লে আমাৰ ৰাজ্যখনৰ খাদ্য পৰিস্থিতি যে অতি সঙ্কটপূৰ্ণ হ'ল হেতেন ই ধুৰূপ।

পৰিমল চৌধুৰী আজি আমাৰ মাজত নাই। তেওঁৰ কৰ্ম্মনিষ্ঠা আৰু পৰিশ্ৰমৰ কথা কিন্তু কেতিয়াও পাহৰিব নোৱাৰো।

[এই কাহিনীটো "অসমলৈ ধেঁহু আৰু চাউল অনাৰ কাহিনী নামেৰে দৈনিক অসম বাতৰি কাকতৰ ১৯৯১ চনৰ ১১ আগষ্ট তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# দাতাই দিলেও বিধাতাই নিদিয়ে

কৰ্ণেল লুথ্ৰা। নৰ্থ-ইষ্ট ফ্ৰন্টিয়াৰ এজেন্সি (নেফা)ৰ বাবে ৰাজ্যপালৰ উপদেষ্টা। অসমৰ ৰাজ্যপালেই তেতিয়া ওচৰ চুবুৰীয়া ৰাজ্যকেইখনৰ উপৰিও নেফাৰো ৰাজ্যপাল। নেফাৰ সকলো কাম ৰাজ্যপালে উপদেষ্টাৰ জৰীয়তেই চলাইছিল।

টিৰাপ হস্তান্তৰিত এলেকাত সহকাৰী ৰাজনৈতিক বিষয়া হিচাবে কাম কৰি থকা সময়ত কৰ্ণেল লুথ্ৰাক কেবাবাৰো মাৰ্ঘেৰিটাত লগ পাইছো। মাৰ্ঘেৰিটাত নেফাৰ কেবাটাও চৰকাৰী প্ৰতিষ্ঠান থকাৰ উপৰিও নেফাৰ টিৰাপ জিলাৰ তেতিয়াৰ সদৰ খনচা আৰু মহকুমা সদৰ চাংলাংলৈ যোৱা ঘাই পথ মাৰ্ঘেৰিটাইদিহে আছিল।

১৯৬৩ চনৰ ডিচেম্বৰ মাহৰ শেষ ভাগত কৰ্ণেল লুথ্ৰাই এদিন দুপৰীয়া মোক মাৰ্ঘেৰিটা ডাক বঙলালৈ মাতি পঠালে। লগে লগে গৈ তেখেতক লগ ধৰিলো। সামান্য প্ৰাৰম্ভিক কথা বতৰাৰ পাচত তেখেতে জনালে যে নেফাৰ টিৰাপ জিলাৰ মিয়াও— বিজয়নগৰ এই বিস্তৃত এলেকাৰ ন-ডিহিং নদীৰ দুয়ো পাৰে স্থানীয় জন-জাতীয় লোকৰ উপৰিও, প্ৰাক্তন সৈনিক, প্ৰাক্তন চাহ-বনুৱা আদি কৰ্মঠ লোকক মাটি বন্দবস্তী দি বহুওৱাৰ এটা প্ৰস্তাব নেফা প্ৰশাসনে কিছুদিনৰ পৰা চিন্তা কৰি আছে। সীমান্তত জন-বসতিহীন অঞ্চলৰ ওপৰত সীমান্তৰ সিপাৰৰ লোকৰ অহেতুক দাবী, বেদখল আৰু অনুপ্ৰবেশ এনে বন্দবস্তীয়ে কিছু পৰিমাণে প্ৰতিৰোধ কৰিব পাৰিব বুলি তেখেতৰ বিশ্বাস। এই অঞ্চল কিন্তু দুৰ্গম আৰু জৰীপ নোহোৱা অঞ্চল। গতিকে কেনেকৈ খৰটকীয়াকৈ এটা সাধাৰণ জৰীপ কৰি মানুহক এই অঞ্চলত বন্দবস্তী দিব পাৰি, কিমান মাটি পৰিয়ালে প্ৰতি বন্দবস্তী দিয়াটো সমিচীন হব আৰু এই অঞ্চলত বসতি কৰিবলৈ মানুহক কেনে ধৰণৰ উদগনি দিলে ভাল হব বা মানুহ আকৰ্ষিত কৰিব পৰা হব ইত্যাদি সম্পৰ্কে তেখেতক টোকা এটা দিব পাৰিম নেকি বুলি সোধাত পাৰিম বুলিয়েই ক'লো। কিন্তু যেতিয়া তেখেতে টোকাতো পিচদিনা আবেলিৰ ভিতৰতে তেখেতক ডাকবঙলাতে দিবলৈ ক'লে তেতিয়াহে চিন্তিত হলো। এবাৰ পাৰিব বুলি কোৱাৰ পাচত

নোৱাৰো বুলি কৰলৈ তেতিয়া আৰু কোনো থল নাছিল। আৰু এটা কথাত চিন্তিত হলো, মই নেফা প্ৰশাসনৰ বিষয়া নহওঁ— অসম চৰকাৰহে। মোক কিয় টোকাটো প্ৰস্তুত কৰিবলৈ ক'লে নুবুজিলো।

অফিচলৈ ঘূৰি আহি আন সকলো কাম কাজ বাদ দিলো। খচৰা প্ৰস্তুত কৰিবলৈ যি য'ত আছে উলিয়াই লৈছো,— মিয়াও বিজয়নগৰ অঞ্চলৰ বিস্তৃত মেপো বেচ চুপাৰিনটেণ্ডেণ্টৰ অফিচৰ পৰা অনাইছো। এনেতে দেখো তিনিচুকীয়া চাৰ্কোলৰ উপপ্ৰতি সমাহৰ্ত্তা তথা চাৰ্কোল অফিচাৰ শ্ৰী মহেন্দ্ৰ নাথ অধিকাৰী চাহ-বাগানৰ কিবা তদন্ত সম্পৰ্কত মোৰ কাৰ্য্যালয়ত উপস্থিত। হাততে স্বৰ্গ চুকি পোৱাদি পালো। শ্ৰী অধিকাৰী মাটি বাৰী জৰীপ আদি সম্পৰ্কত বহু অভিজ্ঞতা থকা বিষয়া। তেখেতৰ লগতো কৰ্ণেল লুথ্ৰাই কোৱা বিষয়টো খৰচি মাৰি আলোচনা কৰিলো। শ্ৰী অধিকাৰী সেই ৰাতি মোৰ লগতে থাকিল। দুয়ো আলোচনা কৰি প্ৰায় মাজনিশা খচৰা এখন প্ৰস্তুত কৰিলো। পিচদিনা আকৌ চাই চিতি টাইপ কৰি দুপৰীয়াই সেই খচৰা লৈ ডাক বঙলালৈ ৰাওনা হলো।

কৰ্ণেল লুথ্ৰাই নেফা প্ৰশাসনৰ দুজনমান বিষয়াৰ লগত কথা পাতি আছিল। মোক বহিবলৈ কৈ বিষয়া কেইজনক বিদায় দিলে। টোকাটো তেখেতক দিলো। তেখেতে পঢ়িছে আৰু মাজে মাজে দুটা এটা কথা শুধিছে। ময়ো আচামীৰ নিচিনাকৈ তেখেতৰ সমুখত বহি সোধা কথাৰ উত্তৰ দি গৈছো। টোকা পঢ়াৰ পাচত তেখেতে আনটো কোঠাৰ পৰা ষ্টেনোগ্ৰাফাৰক মাতিলে। মই চকীৰ খোজোতে কিছু পৰ ৰবলৈ কলে। ষ্টেনোগ্ৰাফাৰক তেখেতে এটা শ্ৰুতলিপি দিলে। আমাৰ টোকাটো তেখেতে শ্ৰুতলিপি দিয়া টোকাৰ লগত সংলগ্নিত হব। অলপ পাচত মই উভটিলো।

জানুৱাৰী মাহৰ প্ৰথম সপ্তাহত পুনৰ শ্ৰী লুথ্ৰা মাৰ্ঘেৰিটালৈ আহিল আৰু মোক মাতি পঠিয়ালে। মিয়াও— বিজয়নগৰ অঞ্চলটো তেখেতৰ লগত হেলিকপ্তাৰেৰে মই এবাৰ চাই আহিব পাৰিম নেকি শুধিলে। তৎক্ষণাৎ যাব পাৰিম বুলি কলো। পাচতহে উপলব্ধি কৰিলো যে মইতো অসম চৰকাৰৰ অনুমতি লব লাগিব। সন্ধিয়া টেলিফোনতে বিষয়টো জনাই উপায়ুক্ত শ্ৰী ভবানী কুমাৰ ভূঞা আৰু তেতিয়াৰ উজনি অসমৰ আয়ুক্তৰ পদত ডিব্ৰুগড়ত থকা শ্ৰীধৰ্ম্মানন্দ দাসৰ অনুমতি বিচাৰিলো। দুয়ো বাবলৈ অনুমতি দিলে।

নিৰ্দিষ্ট তাৰিখত পুৱা সময়মতে গৈ মোহনবাৰী পালোগৈ। হেলিকপ্তাৰৰ যাত্ৰী তিনিজন— কৰ্ণেল লুথ্ৰা, সপ্তম অসম ৰাইফলচ্ বাহিনীৰ কমাণ্ডেণ্ট লেফটেনেন্ট কৰ্ণেল জমিৰ আৰু মই। ন-ডিহিংৰ ওপৰে উজনীমুৱা হৈ গৈ



আছো। কৰ্ণেল লুথ্ৰাই মানুহ বহবাৰ যোগ্য সমতল ঠাই বোৰ মাজে মাজে দেখুৱাই গৈছে। তেখেতৰ মতে প্ৰাৰম্ভিক কন্দবৰ্ত্তী ৮০ বৰ্গ মাইলৰ অঞ্চল এটাত হ'ব লাগে। কিন্তু চক্মা শৰণাৰ্থী সেই অঞ্চলত ইতিমধ্যে বহিছেও। প্ৰীত-সাগৰ হ্ৰদ দেখিলো। পিচত বিজয় নগৰ পালোগৈ। বিজয়নগৰ পূৰণি অসমৰ মেপখনৰ ঠেটটোৰ মাজত। প্ৰীত-সাগৰ নামটো পিচত শুনায়তে কিছু বছৰ আগেয়ে সেই অঞ্চললৈ যোৱা এটা অভিযানৰ দলপতিৰ (সেনাবাহিনীৰ) হেনো কন্যাৰ নামত দিয়া। বিজয় নগৰৰ নামাকৰণৰ পটভূমিও নিশ্চয় একে ধৰণৰ হ'ব, হয়তো কাৰোবাৰ পুত্ৰৰ নামত দিয়া।

মোক বিজয়নগৰত নমাই থৈ কৰ্ণেল লুথ্ৰা আৰু জমিৰ লোহিত অঞ্চলৰ কালে গলগৈ। পিচদিনা ঘূৰিব। মোক কলে যে পিচদিনা মই তেখেতসকলৰ লগতো ঘূৰিব পাৰিম— নহলে ইচ্ছা কৰিলে কলিঙ্গ এয়াৰলাইনচৰ উৰাজাহাজতো ঘূৰিব পাৰিম। কেচ চুপাৰিনটেণ্ডেণ্টক শুধি বুজিব পাৰিলো যে এদিন অন্তৰে অন্তৰে কলিঙ্গ এয়াৰ লাইনচৰ এখন ডাকোটা উৰাজাহাজ মোহনবাৰীৰ পৰা

বিজয়নগৰলৈ আছে আৰু উভটি যায়। পিচদিনা সেইখন অহা কথা।

বিজয়নগৰ পাওঁতে পুৱা প্ৰায় ১০ মান বাজিছে। বেচ চুপাৰিনটেণ্ডেণ্টৰ লগতে অলপ সময় ইফালে সিফালে ঘূৰি পাচত তেওঁৰ অফিচলৈ আহি অঞ্চলটো সম্পৰ্কে কিছু খবৰ ললো। বেচ চুপাৰিনটেণ্ডেণ্টৰ ঘৰ চিলঙত। বিজয়নগৰত অকলে আছে, পৰিয়াল চিলঙত। ভাত পানী তেওঁৰ ঘৰতে খালো।

দিনৰ ৩ মান বজাত দেখিলো গোটেই অঞ্চলটো কুৱলীয়ে আৱৰি ধৰিছে, বতাহো জোৰেৰে ববলৈ ধৰিছে। ঘৰৰ বাহিৰ হবৰে উপায় নাই। হাড় কপোৱা জাৰ। ঘৰৰ ভিতৰতে জুই একুৰা জ্বলাই বেচ চুপাৰিনটেণ্ডেণ্ট আৰু মই দুয়ো কথা পাতিয়েই সন্ধিয়াটো কটালো আৰু সোনকালে খাই বৈ শুলো।

পিচদিনা হেলিকপ্তাৰলৈ অপেক্ষা নকৰাৰে সিদ্ধান্ত কৰিলো। দিনৰ দুইমান বজাৰ পাচত উৰাজাহাজ বিজয়নগৰলৈ নাহে কিয়নো তাৰ পাচত বিজয়নগৰত উৰাজাহাজ নমা বা তাৰপৰা উৰা প্ৰায় অসম্ভব— কুৱঁলীৰ বাবে। হেলিকপ্তাৰ আহি পোৱাৰ আগতে কলিঙ্গ এয়াৰ লাইনচ্‌ৰ ডাকোটা খন আহিল। তাতেই মোহনবাৰীলৈ অহাৰ ঠিক কৰিলো। কোনো ভাড়া নললে। হেলিকপ্তাৰলৈ গলে হয়তো আৰু এনিশা বিজয়নগৰত থাকিব লাগিলহেঁতেন।

বিচক্ষণ ডাকোটা। ডাকোটাত মই বহুবাৰ উঠিছো, কিন্তু এনে ডাকোটাত উঠা নাই। ডাকোটাখনৰ পিচফালৰ দুৱাৰখন নাই— বুজিলো এইখন উৰাজাহাজ "এয়াৰ ড্ৰপিং"ত ব্যৱহৃত হয়। বহা ছিট ছয়খন আছে। বাকী অংশ মাল বস্তু বোজাই কৰিবৰ বাবে ব্যৱহাৰ কৰা হয়। মালবস্তুবোৰ এখন ডাঙৰ জালেৰে বান্ধি ৰখা হয় যাতে সেইবোৰ খোলা দুৱাৰেদি চিটিকি বাহিৰত পৰিব নোৱাৰে। বহা ছিট কেইটাৰ ওপৰেদি এডাল শকত ৰচী বান্ধি থোৱা আছে। উৰাজাহাজখন ইকাটি সিকাটি হলে তাতেই ধৰিব লাগে। বিজয়নগৰতো অলপমান কিবা কিবি বস্তু আৰু কেইটামান বাকচ উঠিছে। জালেৰে বন্ধা থাকিলেও উৰাজাহাজ উঠা নমাৰ চেৰে-চেৰে মালবস্তু বোৰ জালৰ ভিতৰতে কেতিয়াবা আগলৈ, কেতিয়াবা পাচলৈ অহা যোৱা কৰি আছে। চল্লিচ মিনিটমান উৰি বিঘিনি নোহোৱাকৈ মোহন বাৰী পালোহি।

সেই সময়ত নেফা প্ৰশাসন আৰু অসম চৰকাৰৰ মাজত, প্ৰশাসনীয় ক্ষেত্ৰত অধিক বুজাবুজিৰ উদ্দেশ্যে, বিষয়া বিনিময়ৰ এটা প্ৰস্তাৱ চলি আছিল। নেফাৰ এজন বিষয়াক ইতিমধ্যে অসম চৰকাৰে ধেমাজিত (ধেমাজি তেতিয়া জিলাটো দূৰৰ কথা, মহকুমাই হোৱা নাই। সেই সময়ত ধেমাজি অঞ্চল

লক্ষীমপুৰ জিলাৰ ডিব্ৰুগড় মহকুমাৰ লগত আছিল।) বিশেষ বিষয়া হিচাবে নিযুক্তিও দিছিল। কৰ্ণেল লুথ্ৰাই তেখেতৰ পিচৰ এটা ভ্ৰমণত মোক এবাৰ মাতি নি শুধিছিল যে মোৰ যদি আপত্তি নাই তেন্তে তেখেতে মোক নেফা প্ৰশাসনৰ সহকাৰী ৰাজনৈতিক বিষয়া (প্ৰথম শ্ৰেনী) অৰ্থাৎ এ,পি,ও (১) হিচাবে নেফালৈ নিব খোজে। নেফালৈ আহিলে অন্যান্য ঠাইৰ উপৰিও মই মিয়াও বিজয়নগৰ অঞ্চলত মানুহ বহুওৱাৰ কাম প্ৰথমে চাব লাগিব। চিন্তা কৰি, যাম বুলিয়েই আগ্ৰহ প্ৰকাশ কৰিলো।

গম পালো— কৰ্ণেল লুথ্ৰাই অসম চৰকাৰলৈ মোক নেফালৈ যাবলৈ দিবলৈ দুখনো চিঠি লিখিছে। পিচৰখন মুখ্য সচিব কিডৱাই চাহাবলৈ দিয়া অৰ্দ্ধ-চৰকাৰী চিঠি। যুটীয়া সচিব এজনে এই চিঠিৰ উত্তৰত হেনো জনালে যে মই যিহেতু এজন কনিষ্ঠ বিষয়া, গতিকে নেফা প্ৰশাসনে ইচ্ছা কৰিলে আন এজন বিষয়া নিব পাৰে। অসম চৰকাৰে সেই চিঠিখনতে সেই সময়ত মঙলদৈ মহকুমাত কাম কৰি থকা মহাকুমাধিপতিজনৰ নামো হেনো উল্লেখ কৰিছিল। কৰ্ণেল লুথ্ৰাই এই চিঠিৰ উত্তৰত স্পষ্ট কৈ জনালে যে তেওঁ অসম চৰকাৰলৈ নাম দি এজন বিষয়া বিচাৰিছে। সেইজন বিষয়া যদি অসম চৰকাৰে দিব নোৱাৰে তেনেহলে আন বিষয়া তেওঁক নালাগে। এই কথা মই কৰ্ণেল লুথ্ৰাৰ মুখৰ পৰা শুনা। মনতে বেজাৰ পাই কৈছিল।

১৯৬৪ চনৰ জুলাই মাহত মই তেতিয়াৰ মিকিৰ পাহাৰ জিলা পৰিষদৰ সচিব হিচাবে বদলি হৈ ডিফুত যোগদান কৰো। জিলা পৰিষদত তাহানি আজি কালিৰ দৰে কেবাজনো সচিব নাছিল। এজনেই সচিব, তেওঁ পৰিষদৰো সচিব, এক্সিকিউটিভ কমিটিৰো সচিব, তেৱেঁই ৰেভিনিউ অফিচাৰ, কৰেষ্ট চেটেলমেণ্ট অফিচাৰ আনকি ডিফু টাউন কমিটিৰ চেয়াৰমেনো। কাম কৰি ভাল পাইছিলো, নেফাৰ কথা পাহৰিলো।

কিন্তু এদিন হঠাতে, প্ৰায় এবছৰ মান পাচত এখন দৈনিক ইংৰাজী বাতৰি কাকতত এটা বাতৰি ওলাল যে মোক হেনে সহকাৰী ৰাজনৈতিক বিষয়া (প্ৰথম শ্ৰেণী) হিচাবে নেফা প্ৰশাসনে নিযুক্তি দিছে। বন্ধু বান্ধৱে ধৰ ভৰি পৰিল। ভাবিলো— হঠাতে অসম চৰকাৰৰ মত সলনি হ'ল নেকি? নে, আপত্তি কৰা দক্ষিণ ভাৰতীয় বিষয়াজন এপইন্টমেণ্ট বিভাগৰ পৰা আন বিভাগলৈ গল? অৱশ্যে সময়ত গুৱাহৰ স্বাভাৱিক মৃত্যু হ'ল।

১৯৬৬ চনৰ জানুৱাৰী মাহত দিল্লীৰ লোধী হোটেলত কৰ্ণেল লুথ্ৰাক এবাৰ লগ পাইছিলো। কলে, "মোৰ অনুৰোধ অসম চৰকাৰে নাৰাখিলে, আৰু তুমিও চাকৰিত বৰ ডাঙৰ সুযোগ এটা হেৰুৱালা"। কথাটো সঁচা।

সেই সময়তেই মই নেফা প্ৰশাসনলৈ যাব পৰা হ'লে চাকৰিত বহু বছৰৰ জেষ্ঠতা লাভ কৰিলোহেঁতেন— পদমৰ্য্যাদাও শেষলৈ ভালেখিনি বাঢ়িলহেঁতেন।

দাতাই দিলেও বিধাতাই নিদিয়ে।

[এই কাহিনীটো "বিধাতাই নিদিলে" নামেৰে দৈনিক অসম বাতৰি কাকতৰ ১৯৯১ চনৰ ১৮ আগষ্ট তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# অপত্য স্নেহ

বেলেগ বিভাগৰ আয়ুক্ত এজনে এদিন ফোন যোগে এজন বিশেষ ব্যক্তিৰ এম,এ পাচ কন্যাক কলেজত এটা চাকৰি দিয়াৰ কথা ক'লে, আৰু লগতে কটন কলেজতেই চাকৰিটো দিব লাগে বুলিও ক'লে। মই তেতিয়া শিক্ষা বিভাগত কাম কৰো। আয়ুক্ত জনৰ কথাৰ সুৰ হুকুম বুলি কোৱাহে সমিচিন হ'ব। অন্য বিভাগৰ কথাত প্ৰায়েই হস্তক্ষেপ কৰা এইজন বিষয়াৰ স্বভাৱ।

মই যি সময়ৰ কথা কৈছো সেই সময়ত প্ৰশাসনত আয়ুক্তৰ ভীৰ। জিলাই প্ৰতি ভাগত পৰাকৈ আই,জি,পি আৰু ডি, আই, জি হোৱাৰ দৰে আয়ুক্তৰ সংখ্যাও ক্ৰমান্বয়ে বাঢ়িছে। বহুবছৰ আগেয়ে শ্ৰদ্ধেয় আলি চাহাবৰ অসম প্ৰশাসনীয় সেৱাৰ পৰা ভাৰতীয় প্ৰশাসনীয় সেৱালৈ পদোন্নতি হোৱা বাবে অভিনন্দন জনাবলৈ যোৱাত তেখেতে কৈছিল যে তেওঁ গুৰগুৰীয়াহে। শুধিলো, "চাৰ, গুৰগুৰীয়ানো কি?" কলে, "মুছলমান সম্প্ৰদায়ৰ লোকে লৰা-ছোৱালী থকা তিৰোতা আনিলে লগত অহা আগৰ পক্ষৰ বা পক্ষবোৰৰ লৰা-ছোৱালীক কোনো কোনো অঞ্চলত গুৰগুৰীয়া বুলি কয়।" ব্যাখ্যা দি তেখেতে আৰু ক'লে যে জেষ্ঠ্যতাৰ তালিকাত তেখেতৰ তলত নাম থকা এজন বিষয়া চৰকাৰৰ "পিয়াৰ"ৰ। তেওঁক পদোন্নতি দিবই লাগে বাবে আলি চাহাবকো লগতে প্ৰমোচন দি অনা হ'ল। সচিবৰ পৰা আয়ুক্তৰ পদোন্নতিৰ ক্ষেত্ৰটো এনে বহু গুৰগুৰীয়া আছে।

আয়ুক্তৰ কথাৰ উত্তৰত টেলিফোনতে জনালো যে কটন কলেজত পোনপটীয়াকৈ শিক্ষক শিক্ষা বিভাগে নিযুক্তি দিব নোৱাৰে। খালী পদ থাকিলে সেই পদ অসম লোক সেৱা আয়োগৰ মনোনীত প্ৰাৰ্থীয়েহে পূৰণ কৰিব পাৰিব। তাৰ উপৰিও জনালো যে ব্যক্তি গৰাকীৰ কন্যাই উত্তীৰ্ণ হৈ অহা বিষয়ত কটন কলেজত সম্প্ৰতে কোনো পদ খালি নাই। আয়ুক্তই তথাপিও "কিবা" প্ৰকাৰে কটন কলেজতে নিযুক্তি দিয়াৰ ব্যৱস্থা কৰিব লাগে বুলি কৈ ফোন থলে। "কিবাটো" কি নুবুজিলো।

আকৌ আলি চাহাবৰ কথা মনত পৰিল। তেখেত এবাৰ যোগান

বিভাগত সচিব হৈ থকা কালত হেনো গাওঁৰে এজন লোক তেওঁৰ পুত্ৰৰে সৈতে গৈ আলি চাহাবৰ ঘৰত হাজিৰ হৈছিল। পুত্ৰই কেবা বছৰৰো মূৰত, সাহিত্যিক মহীচন্দ্ৰ বৰাৰ ভাষাত কবলৈ গলে, "লেলাই-খেন্দাই গোঁফ গজাই" মেট্ৰিক পাচ কৰিছে। যোগান বিভাগৰ সেই সময়ত ভালেমান "চেক-গেট" আছিল। তাৰে "চেক-গেট" এটাত "চেকাৰ" পদত পুত্ৰৰ নিযুক্তিৰ কথা কবলৈ বাপেক আলি চাহাবৰ তালৈ আহিছিল। আলি চাহাবে "চেকাৰ"ৰ পদ খালি নাই বুলি ক'লে। বাপেক কিন্তু নাচোৰবান্দা, পদ এটা যেনে তেনে দিবই লাগে। লগতে আৰু ক'লে যে ঘৰৰ ওচৰৰ "চেক গেট" এটাত নিযুক্তি দিলে ভাল হয়। আলি চাহাবৰ নিচিনা শান্ত মানুহজনৰো খঙ উঠিল। কলে, "চাকৰি পোৱা নোপোৱাৰেই ঠিক নাই চাকৰিৰ স্থান নিৰ্ধাৰণ কৰা হলেইনে ? যদি চাকৰি ঘৰতেই লাগে তেনেহলে আপোনাৰ পুত্ৰক পদূলি মুখতে বাঁহ এডাল বান্ধি উঠা-নমা কৰি থাকিবলৈ কওক"। ল'ৰাজনৰ পাচত আৰু "চেকাৰ"ৰ চাকৰি হ'লনে নাই নাজানিলো।

ব্যক্তিজনৰ কন্যাৰ ক্ষেত্ৰটো চাকৰি পোৱা নোপোৱাৰ কোনো ঠিক নৌ হওতেই কটন কলেজতে কাম লাগে বুলি হেঁচা আহিলেই। তিনিদিনে-চাৰিদিনে নিযুক্তিৰ তাগাদা দি টেলিফোন আহে। এদিন মাননীয় মন্ত্ৰী এগৰাকীৰ পৰাও এই সম্পৰ্কে টেলিফোন আহিল। এনেদৰে চাকৰি দিব নোৱাৰি বুলি ক'লেও কয়, "কিবা" এটা কৰিব লাগে।

কিছুদিন পাচত এদিন মুখ্যমন্ত্ৰীৰ কোঠালৈ এখন মেলত যোগদান কৰিবলৈ গৈছো। দেখো, অন্যান্য দুই-চাৰিজন বিষয়াৰ লগত সেই আয়ুক্ত জনো মেলত আছে। মেল শেষ হোৱাৰ লগে লগে মুখ্যমন্ত্ৰীৰ সমুখতে আয়ুক্তজনে মোক একপ্ৰকাৰ অভিযুক্ত কৰিয়েই কলে কিয় মই সেই ব্যক্তিৰ কন্যাক এতিয়াও কটন কলেজত চাকৰি দিয়া নাই ? সেই মেলত ভাগ লবলৈ অহা এজন বিষয়াই আগতে শিক্ষা বিভাগত কাম কৰিছিল। তেখেতেও কথাটো শুনি মোকেই সমৰ্থন কৰিলে। আয়ুক্ত জনক ক'লো, চৰকাৰৰ "পাৰ্চনেল" শাখা আপোনাৰ অধীনত। কটন কলেজত চাকৰী দিবৰ বাবে ইমানকৈ যে শিক্ষা বিভাগক জোৰ কৰি আছে আপুনিনো তেওঁক ই,এ,চি হিচাবে নিযুক্তি দি গুৱাহাটীতে নাৰাখে কিয় ? ই, এ,চিৰ নিযুক্তি আৰু বদলিও আপোনাৰ বিভাগৰ পৰাই হয়।"

মুখ্যমন্ত্ৰীৰ সমুখতে তেনেদৰে কোঠাত আয়ুক্ত থমকি ৰ'ল। চকুৰ চাৱনি— মোক যেন পুৰি পেলাব। লগে লগে বেগাই কোঠাৰ পৰা বাহিৰ হ'ল।

ব্যক্তি জনৰ কন্যাই পিচত অৱশ্যে এটা কলেজতেই চাকৰি পাইছে।

[এই কাহিনীটো "আয়ুক্তৰ অপত্য স্নেহ" নামেৰে দৈনিক অসম বাতৰি কাকতৰ ১৯৯১ চনৰ ২৫ আগষ্ট তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# লটি ঘটি

অফিচৰ পৰা আঁহোতেই সন্ধিয়া চাৰে সাত বাজি গৈছে। ১৯৮০ চন। অসমত ৰাষ্ট্ৰপতিৰ শাসন চলিছে। মই সেই সময়ত অসম চৰকাৰৰ ৰাজনৈতিক বিভাগত "অফিচাৰ অন স্পেচিয়েল ডিউটি"। ৰাতি দহ মান বজাত ভাত খাই থাকোতেই টেলিফোন আহিল। ফোন কৰিছে দিচপুৰৰ পৰা এজন-জ্যেষ্ঠ বিষয়াই। কলে যে খোৱা হলেই সচিবালয়লৈ আহি ওখন অধিসূচনা ৰাতিৰ ভিতৰতেই জাৰী কৰিব লাগে। ৰাজ্যপালৰ হুকুম, অতি জৰুৰী। অধিসূচনাৰ বিষয়টোও থুলমূলকৈ তেওঁ টেলিফোনতেই ক'লে। ভাত খাই, ঘূৰি আহোতে কিছু পলম হব পাৰে বুলি ঘৰত কৈ শিলপুখুৰীৰ মোৰ ঘৰৰ পৰা ৰাজনৈতিক বিভাগৰ চৰকাৰী জীপ গাড়ী খনতে দিচপুৰ অভিমুখে ৰাওনা হ'লো।

সচিবালয় চৌহদ পাই চকিদাৰক বিচাৰি আনি ৰাজনৈতিক বিভাগৰ অফিচৰ তলা খোলা হ'ল। তাৰ পাচত আমাৰ বিভাগৰে এজন কনিষ্ঠ বিষয়া ৰাজনৈতিক 'ক' বিভাগৰ চুপাৰিনটেণ্ডেণ্টক মই অহা জীপ গাড়ীখনকে পঠিয়াই অফিচলৈ অনালো। গাড়ী যোৱাৰ সময়ত দুয়ো হেনো শুবৰ যোগাৰ কৰিছিল। এওঁলোক দুয়ো অতি বিশ্বাসী আছিল আৰু কিবা কামত লাগিব পাৰে বুলিয়েই দুয়োকে মতাই পঠিয়াইছিলো।

জ্যেষ্ঠ বিষয়া জনে টেলিফোনত কোৱা কথাৰ ওপৰত ভিত্তি কৰি জাৰী কৰিব লগীয়া অধিসূচনাৰ এটা খচৰা প্ৰস্তুত কৰা হ'ল। সংশ্লিষ্ট নথী চুপাৰিনটেণ্ডেণ্টৰ টেবুলৰ ড্ৰয়াৰতে থকা বাবে পোৱাত অসুবিধা নহ'ল। নথীৰ টোকা পত্ৰত টোকা এটা লিখি খচৰা সহ নথী জ্যেষ্ঠ বিষয়ালৈ পঠালো। টোকাত লিখিছিলো যে খচৰাত ৰাজ্যপালৰ উপদেষ্টাৰ অনুমোদন লোৱা উচিত হব। নথী চুপাৰিনটেণ্ডেণ্টে হাতে হাতে লৈ গৈছে, জ্যেষ্ঠ বিষয়া জন দিচপুৰতে চৰকাৰী ঘৰত থাকে।

কিছু সময় পাচত জ্যেষ্ঠ বিষয়া জনৰ পৰা টেলিফোন আহিল। নথী তেওঁৰ জৰীয়তে নিদি পোনে পোনে ৰাজ্যপালৰ উপদেষ্টালৈ পঠাবলৈ তেওঁ মোক নিৰ্দেশ দিলে। কোনো কথাতে দায়িত্ব লব নোখোজে বুলি অৱশ্যে

এই জন বিষয়াৰ নাম আছে। মই কিন্তু মান্তি নহ'লো। কলো এনে এখন অধিসূচনা যে জাৰি কৰিব লাগে সেই কথা ৰাজ্যপালে কোৱা বুলি মই আপোনাৰ মুখৰ পৰাহে শুনিছো। গতিকে অধিসূচনাখন আপোনাৰ যোগেদি যোৱাটো একান্তই প্ৰয়োজনীয়। এনে গুৰুত্বপূৰ্ণ নথি সচৰাচৰ মুখ্য সচিবৰ যোগেদি ৰাজ্যপালৰ উপদেষ্টাৰ ওচৰলৈ যায়। কিন্তু, যিহেতু মুখ্য-সচিৱ আজি সদৰত নাই আৰু আপোনাক ৰাজ্যপালে অধিসূচনা জাৰীৰ কথা কৈছে সেয়ে নথী আপোনালৈ পঠোৱা হৈছে। আপুনি যদি ভাবে যে উপদেষ্টালৈ নথী নপঠালেও হ'ব, তেন্তে আপুনি নিজেই খচৰাত অনুমোদন জনাব পাৰে বা খচৰা সালসলনি কৰিও অনুমোদন জনাব পাৰে।

নথিৰ অপেক্ষাত ৰাজনৈতিক বিভাগৰ কোঠা এটাত মই আৰু বিভাগৰ কনিষ্ঠ বিষয়াজন, দুয়ো মহৰ কামোৰ খাই বহি আছো। ড্ৰাইভাৰে গাড়ীতে শুলে। কিছু সময় পাচত জ্যেষ্ঠ বিষয়াজনৰ পৰা পুনৰ টেলিফোন আহিল। নথিত পঠোৱা খচৰাখনৰ লগত ১৯৫৫ চনৰ আসাম (ডিষ্টাৰ্বড এৰিয়াজ) এক্ট আৰু ১৯৫৮ চনৰ আৰ্মড্ ফোৰ্চেজ (স্পেচিয়েল পাৱাৰ্চ) এক্টৰ গাড় সম্বন্ধ আছিল। বুজিলো, জ্যেষ্ঠ বিষয়াৰ কিছু আউল লাগিছে। খচৰা অধিসূচনাখনত মই ১৯৫৫ চনৰ আইনখনৰ ৪ নম্বৰ ধাৰা আৰু ১৯৫৮ চনৰ আইনখনৰ ৪ (১) (ক) ধাৰা বাদ দিছিলো। বাদ দিয়াৰ কাৰণ হ'ল— কিছুদিন আগতে (অৰ্থাৎ ১৯৮০ চনৰ ১৮ এপ্ৰিল তাৰিখে) গুৱাহাটী উচ্চ ন্যায়ালয়ে এই ধাৰা দুটাৰ প্ৰয়োগ স্থগিত ৰাখিবলৈ হুকুম দিছিল। নথিত ১৯৫৫ আৰু ১৯৫৮ চনৰ আইন দুখন আছিল, কিন্তু এই ধাৰা দুটাৰ প্ৰয়োগ স্থগিত ৰাখিবলৈ দিয়া উচ্চ ন্যায়ালয়ৰ হুকুম সেই নথিত নাছিল। সংশ্লিষ্ট সহায়ক নোহোৱাকৈ নিশা আলমাৰী খুচৰি নথি বাহিৰ কৰি সেই হুকুম সংলগ্নিত কৰাও সম্ভৱ নাছিল। তাৰ উপৰিও কেইদিনমান আগতে হোৱা সেই হুকুমৰ কথা প্ৰায় সকলো বিষয়াই জানিছিল। জ্যেষ্ঠ বিষয়াজনে যে এই কথাও নাজানে তাক জনা নাছিলো।

টেলিফোনতে জ্যেষ্ঠ বিষয়াজনক বহু কথা ব্যাখ্যা কৰি ক'বলগীয়া হ'ল। মাজতে বিষয়াজনে আকৌ এবাৰ মোকেই পোনে পোনে নথি ৰাজ্যপালৰ উপদেষ্টালৈ পঠাবলৈ ক'লে। ভাবিলো উপদেষ্টালৈ নথি পঠাবলৈ মানুহজনৰ নো ইমান ভয় কিয়? আগতে ক'ৰবাত দাবি ধমক খাই থৈছে নেকি? বাৰে প্ৰতি দাৰিদ্ৰ এবাৰলৈ যোৱাত খঙো উঠিছে। কলো অধিসূচনাৰ খচৰা ঠিকেই আছে। আপুনি মাত্ৰ উপদেষ্টা বুলি মোৰ টোকাৰ তলত দস্তখত এটা দি নথিটো চুপাৰিন্টেণ্ডেণ্টৰ হাতত দুবাই পঠালেই হয়।

মহৰ কামোৰত চকীত বহিব নোৱাৰি কোঠাটোৰে ইফালে সিফালে ঘূৰি আছো। কিছু সময় পাচত চুপাৰিনটেণ্ডেণ্ট নথি লৈ ঘূৰি আহিল। দেখিলো জ্যেষ্ঠ বিষয়াই নথিত উপদেষ্টালৈ দুৱাষাৰ লিখিছে। তেওঁ লিখিছে যে অধিসূচনাত ও, এচ, ডি,য়ে বাদ দিয়া ধাৰা দুটা থকা নিতান্তই প্ৰয়োজনীয়, কিন্তু ও, এচ, ডি য়ে উল্লেখ কৰা মতে যদি উচ্চ ন্যায়ালয়ে এই ধাৰা দুটাৰ প্ৰয়োগ স্থগিত ৰাখিছে তেন্তে এই ধাৰা দুটা বাদ দিয়েই অধিসূচনা জাৰী কৰিব লাগিব। তেওঁ টোকাত ইয়াকো লিখিছে যে তেওঁ উচ্চ ন্যায়ালয়ৰ স্থগিত কৰণ আদেশৰ বিষয়ে নাজানে। চুপাৰিনটেণ্ডেণ্টে নথি লৈ উভটি আহোতে নিশা প্ৰায় দেৰটা মান বাজিছে।

নথিলৈ বেগাবেগিকৈ খানাপাৰাৰ এক নম্বৰ অতিথিশালালৈ ৰাওনা হলো। ৰাজ্যপালৰ উপদেষ্টা তাতেই থাকে। বাটত পুলিচে দুবাৰ গাড়ী ৰাখিছে। বিঘিনি নোহোৱাকৈ অতিথিশালা পালোগৈ। উপদেষ্টা থকা কোঠাতো চিনি পাওঁ— আগতে দুই-তিনি বাৰ দিনৰ ভাগতে গৈছিলো। দুৱাৰত এবাৰ টুকুৰিওয়াৰ পাচতেই কোন বুলি ভিতৰৰপৰা সোধাত চিনাকী দিলো। ভিতৰলৈ আহিবলৈ ক'লে। দুৱাৰখন জপাই থোৱাহে আছিল— ভিতৰৰ পৰা বন্ধ নাছিল। ভিতৰ পাওঁতে দেখিলো উপদেষ্টা উঠিছে। বিচনাৰ কাষত থকা লাইটটো জ্বলাই মোক বহিবলৈ কৈ বাথ-ৰুমলৈ গ'ল। বাথ-ৰুমৰ পৰা আহি কিয় আহিলো বুলি সোধাত অহাৰ উদ্দেশ্য কৈ নথি আগবঢ়াই দিলো। উপদেষ্টাই বিচনাতে লেপেটি কাঢ়ি বহি নথি খুলি এষাৰ কথাই মাত্ৰ কলে। সেই কথাৰ অসমীয়া তৰ্জ্জমা এনে ধৰণৰ হব— ফাইল চোৱাৰ কি যে বিচক্ষণ সময়।

জ্যেষ্ঠ বিষয়াৰ টোকাৰ কাষত ধাৰা দুটাৰ অন্তভূৰ্ক্তিৰ কোনো প্ৰশ্ন নুঠে বুলি লিখি উপদেষ্টাই খচৰা খনত অনুমোদন জনালে।

নথিলৈ ঘূৰি আহি পুনৰ চুপাৰিনটেণ্ডেণ্টক জ্যেষ্ঠ বিষয়াৰ ঘৰলৈ পঠালো। অফিচৰ নিয়ম অনুসৰি জ্যেষ্ঠ বিষয়াৰপৰা নথি উপদেষ্টালৈ গৈছে যেতিয়া নথি ঘূৰি আহোতেও প্ৰথমে জ্যেষ্ঠ বিষয়ালৈ আহিব লাগে। জ্যেষ্ঠ বিষয়াই টোপনিৰ পৰা উঠি যেনিবা টোকা পত্ৰত নথি দেখাৰ চিন স্বৰূপে দস্তখত এটা কৰিলে।

খচৰা অধিসূচনা নিজেই টাইপ কৰিব লগা হ'ল। জ্যেষ্ঠ বিষয়ালৈ আৰু অধিসূচনা চহী কৰিবলৈ নপঠালোঁ। পঠালে বা আকৌ অধিসূচনাত চহী কৰিবলৈ সাহস গোটাওতে কিমান সময় লাগে! অধিসূচনা নিজেই চহী

কৰি লেফেফাত ভৰাই গুৱাহাটীৰ উপাযুক্ত আৰু আৰক্ষী অধিকৰ্তাৰ ঠিকনা লিখি গাড়ীত উঠিলো। ঘৰ পাওঁতে ৰাতি পুৱাওঁ পুৱাওঁ। ড্ৰাইভাৰক চিঠি দুখন তেতিয়াই উপাযুক্ত আৰু আৰক্ষী অধিকৰ্তাক দিবলৈ কৈ ঘৰ সোমালো। এৰণ্টাৰ কামটোৰ বাবে অযথা ৬-৭ ঘণ্টা সময় নষ্ট হ'ল।

[কাহিনীটো একে নামেৰেই দৈনিক জনমভূমি বাতৰি কাকতৰ ১৯৯২ চনৰ ১৩ চেপ্তেম্বৰ তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# বাইদেউ

প্ৰায় ৩৬ বছৰ আগৰ কথা। ঠাই ডিব্ৰুগড়। এজন বন্ধুৰে সৈতে এটা অভিগ্ৰহণ (ৰিকিউজিচন) কৰা ঘৰত থাকো। আমি দুয়ো চৰকাৰী বিষয়া, চাকৰিত সোমোৱা বৰ বেচি দিন হোৱা নাই। দুয়োৰে কৰ্মস্থল কাছাৰি ঘৰ। আমি থকা অভিগ্ৰহণ কৰা ঘৰটো বেচ আহল-বহল, চাৰিটা কম, আগফালে আৰু পিছফালে বাৰান্দা। পাকঘৰটো বেলেগ। ঘৰটোৰ সমুখত এখন ফুলনি, পিচফালেও ভালেখিনি ঠাই আছে। ভাড়া মাহে ৫৫টকা। ঘৰটোৰ এটা ডাঙৰ সুবিধা হ'ল যে ই কাছাৰি ঘৰৰ ওচৰত। বন্ধু আৰু মই দুয়ো কাছাৰিলৈ খোজ কাঢ়ি অহা যোৱা কৰো। কাছাৰিৰ পৰা ঘৰলৈ অহাৰ পাচত দুয়ো আকৌ একেলগেই আবেলি ফুৰিবলৈ ওলাওঁ। বন্ধুৰ পঢ়া-শুনাত ৰাপ, মোৰ খেলা-ধূলাত। ডিব্ৰুগড়ত তেতিয়া ক্ৰীড়া প্ৰেক্ষাগৃহ নাছিল। গতিকে মই বেডমিণ্টন খেলিবলৈ গৈছিলো বজাৰৰ ওচৰৰ ক্লাব এটাত। সন্ধিয়া ঘূৰি আহোতে বন্ধুৰে প্ৰায়েই মই খেলিবলৈ যোৱা ঠাইত সোমায়— দুয়ো একেলগে ঘৰলৈ ওভটো। নেপালী ল'ৰা এটাই ৰন্ধা-বঢ়া কৰে আৰু সিয়েই ঘৰখন চায়। কোৱা বাহুল্য যে আমি দুয়ো অবিবাহিত।

বন্ধু সুদৰ্শন, নম্ৰ আৰু ভদ্ৰ। সম্ভ্ৰান্ত আৰু ধনী পৰিয়ালৰ ল'ৰা, অলপ লাজকুৰীয়া। বন্ধুৰ মাতৃ জীৱিত, পিতৃ সকলতে ঢুকাইছে। বন্ধু যিহেতু সুপুৰুষ আৰু ভাল চাকৰিয়েই কৰে, সেয়ে বহুতো কন্যাদায়গ্ৰস্ত পিতৃয়ে ইতিমধ্যেই বিয়াৰ বাবে প্ৰস্তাব দিছে। আমাৰ কথা বতৰাৰ মাজত কেতিয়াবা কেতিয়াবা বিয়াৰ কথাও ওলায়। সেই সময়ত ডিব্ৰুগড়ৰ এজন প্ৰতিপত্তিসম্পন্ন লোকেও তেওঁৰ অতি ঘনিষ্ঠ সম্পৰ্কীয় এক কন্যাৰ বিবাহৰ প্ৰস্তাব বন্ধুলৈ আনিছিল। এই জন ব্যক্তিৰ ধন বল প্ৰচুৰ, সেয়ে ৰাজনৈতিক যোগাযোগো বৰ ভাল আছিল। মন মেলিলে কৰিব নোৱাৰা কাম কমেইহে আছিল।

এই বিবাহ প্ৰস্তাৱত বন্ধুৰ কিন্তু সমূলি সম্মতি নাছিল। যি বুজিছো, তেওঁৰ মাতৃৰো এই প্ৰস্তাবত আপত্তি আছিল। তথাপিও ক্ষমতাবান ব্যক্তি গৰাকীয়ে হকে-বিহকে, সময়ে-অসময়ে আমি থকা ঘৰলৈ প্ৰায়েই অহা যোৱা কৰি আছিল। যিমানে হেঁচা দিছে বন্ধু সিমানে বিৰক্ত হৈ উঠিছে।



বন্ধুৰ আৰু বন্ধুৰ পৰিয়ালৰ যে এই প্ৰস্তাৱত সন্মতি নাই সেই কথা জানিবলৈ অৱশ্যে কন্যা পক্ষৰ বেচি দিন নালাগিল। পৰাক্ৰমী ব্যক্তি গৰাকী সেই বাবে বন্ধুৰ ওপৰত ক্ষুন্ন। আগতে এই গৰাকী ব্যক্তিয়ে বাটে পথে দেখিলে মোকো মাতিছিল কিন্তু পিচলৈ মোক দেখিলেও নেদেখা আৰু নমতা হ'ল।

এদিন শুনিলো যে আমি থকা ঘৰটো এই প্ৰতাপী ব্যক্তিজনৰ নহয় যদিও, অভিগ্ৰহণৰপৰা মুক্ত কৰিবলৈ তেওঁ হেনো ঘৰৰ মালিকৰ হতুৱাই উপায়ুক্তক দৰ্খাস্ত লিখাইছে আৰু নিজেও হেনো উপায়ুক্তক লগ ধৰি এই বিষয়ে কৈছে। বন্ধুক এশিকনি দিবলৈকে নিশ্চয় তেওঁ তেনে কৰিছে। ঘৰটো যদি উপায়ুক্তই অভিগ্ৰহণৰ পৰা মুক্ত কৰি দিয়ে তেনেহলে সঁচাকৈয়ে আমাৰ দুয়োৰে বৰ অসুবিধা হ'ব। অভিগ্ৰহণ কৰা ঘৰ সতকাই পোৱা টান আৰু আমি যদি নিজে ঘৰ ভাড়া কৰি থাকিবলগীয়া হয় তেন্তে ঘৰৰ ভাড়া অভিগ্ৰহণ কৰা ঘৰৰ তিনিগুণ হ'ব। ইয়াৰ উপৰিও যদি ঘৰ দূৰত হয় বা দুজন থাকিব পৰা নহয় তেনেহলে আৰু লেঠা— কাছাৰিলৈ অহা যোৱা কৰোঁতে অথবা থকা খোৱাতেই বহু টকা ভৰিব লাগিব।

বহু কথা ভাবি চিন্তি এদিন পুৱা দুয়ো উপায়ুক্তৰ বাসভৱন অভিমুখে যাত্ৰা কৰিলো। উদ্দেশ্য হ'ল যে আমাৰ অসুবিধাবোৰ কৈ উপায়ুক্তক ঘৰটো অভিগ্ৰহণৰপৰা মুক্ত নকৰিবলৈ প্ৰাৰ্থনা জনাম। গৈ পাই দেখো উপায়ুক্ত ঘৰত নাই। পিয়নে কলে যে চাহাব খুব পুৱাতেই ভুমভুমাৰ ফালে গৈছে—



কেতিয়া ঘূৰে ঠিক নাই। উভটিম— এনেতে উপায়ুক্তৰ পত্নীয়ে আমাক দেখি কিয় আহিছো সুধিলে। উপায়ুক্তৰ পত্নীক আমি আগতেও দুই-চাৰিবাৰ লগ পাইছো। বাইদেউ বুলিয়েই সম্বোধন কৰো। বাইদেউক আমাৰ সকলো কথা খুলি কলো। আমাৰ কথা শুনি বাইদেউয়ে ক'লে যে ঘৰটো সদ্যহতে 'ডি-ৰিকিউজিচন' কৰিব নালাগে বুলিয়েই তেখেতে উপায়ুক্তক কব।

তিনি-চাৰি দিন মান পাচত সহকাৰী নাজিৰে কাৰ্য্যালয়তে আমাক উপায়ুক্তৰ এটা হুকুম দেখুৱালে। নথিত উপায়ুক্তই আমাৰ দুয়োৰে বাবে এটা ঘৰ নতুনকৈ অভিগ্ৰহণ কৰিবলৈ ব্যৱস্থা লবলৈ নাজিৰক নিৰ্দ্দেশ দিছে যাতে আমি বৰ্তমান থকা ঘৰটো অভিগ্ৰহণৰ পৰা মুকলি কৰি দিব পৰা যায়। এই হুকুমৰ কথা আমি থকা ঘৰটোৰ মালিকক‌ো জনাবলৈ কোৱা হৈছে। হুকুমত নতুন ঘৰ এটা অভিগ্ৰহণৰ বাবে তিনিমাহ সময় দিয়া হৈছে। হুকুমটো চাই ভাবিলো যে বৰ্তমানে থকা ঘৰটো এৰিবই লাগিল— কিন্তু যি কি নহওক অন্ততঃ আন এট অভিগ্ৰহণ কৰা ঘৰ পাম।

চাওঁতে চাওঁতেই তিনিমাহ পাৰ হ'ল। নাজিৰৰ পৰা ইতিমধ্যে জানিব পাৰিছো যে নতুনকৈ কোনো ঘৰ অভিগ্ৰহণ কৰিব পৰা হোৱা নাই। এইবাৰো এদিন পুৰা বন্ধু আৰু মই দুয়ো গৈ উপায়ুক্তৰ বাস-ভৱনত হাজিৰ হ'লো। এইবাৰ কিন্তু আমি আগতীয়াকৈ খবৰ বাতৰি নৈ উপায়ুক্ত নথকা এটা দিন চাইহে তেখেতৰ বাস-ভৱনলৈ গৈছো। উপায়ুক্ত বাহিৰলৈ গৈছে বুলি কৈ বাইদেউৱে আমাক ঘৰৰ কথা সুধিলে। ক'লো যে উপায়ুক্তই তিনি মাহৰ ভিতৰত ঘৰ এটা আমাৰ বাবে অভিগ্ৰহণ কৰিবলৈ নাজিৰক হুকুম

দিছিল। ঘৰ কিন্তু এতিয়াও নাজিৰে পোৱা নাই। এনে অৱস্থাত আমি যদি বৰ্তমানে থকা ঘৰটো এৰিব লাগে তেন্তে বৰ বিপদত পৰিম। আমাৰ কথা শুনি বাইদেউৱে ক'লে, "ইমান সোনকালেনো তোমালোকক কোনে পঠিয়াবহে? কিবা অসুবিধা হ'লে মোক কবা। মই বাক এখেতক কম।"

কিছুদিন পাচত পুনৰ হুকুম ওলাল। এইবাৰ হুকুমত কোৱা হৈছে যে যেনে তেনে তিনি মাহৰ ভিতৰত আমি দুয়োৰে বাবে এটা ঘৰ অভিগ্ৰহণ কৰিব লাগে। হুকুমৰ সুৰ এইবাৰ আগতকৈ কঢ়া।

দ্বিতীয় হুকুমৰ ম্যাদ শেষ হোৱাৰ কিছুদিন পাচতেই বন্ধু বদলি হ'ল। থাকিলো অকলে মই। পুনৰ গৈ বাইদেউক লগ ধৰিলো। বাইদেউৱে অভয় দি ক'লে, "বাক হ'ব, থাকাচোন।"

অভিগ্ৰহণ শাখাই অভিগ্ৰহণ কৰিবলৈ সুবিধা জনক ঘৰ পোৱা নাই। এইবাৰ দুজনৰ থাকিবৰ বাবে ঘৰৰ প্ৰয়োজন হোৱা নাই— সৰু ঘৰ এটাহে নাজিৰে বিচাৰিছে— এজন বিয়য়া অৰ্থাৎ মই থাকিবৰ বাবে। এদিন হঠাতে কাছাৰি ঘৰৰ বাৰান্দাত উপায়ুক্তক লগ পোৱাত শুধিলে "তুমি এতিয়াও আগৰ ঘৰটোতে আছানে?"

"হয় চাৰ" বুলি কোৱাত তেখেতে মিচিকিয়া হাঁহি এটা মাৰিলে। আকৌ বা কি বিঘিনি ঘটিল— মনতে চিন্তা লাগিল।

ইতিমধ্যে ঘৰ অভিগ্ৰহণৰ বাবে তিনি মাহকৈ সময় দি আৰু দুখন নতুন হুকুম ওলাই গৈছে। ঘৰটোৰ মালিকলৈও অভিগ্ৰহণ শাখাই চিঠি দি জনাই দিছে যে নতুনকৈ ঘৰ এটা অভিগ্ৰহণ কৰিব পাৰিলেই ঘৰটো মুকলি কৰি দিয়া হ'ব।

বন্ধু বদলি হোৱাৰ ৬ মাহৰ মূৰত ময়ো বদলিৰ হুকুম পালো। উপায়ুক্ত আৰু বাইদেউক দেখা কৰি মোৰ সলনি অহা জনক কাৰ্য্যভাৰ গতাই দিছো। কাৰ্য্যভাৰ গতাই দিয়াৰ দিনাই সন্ধিয়াৰ ৰেল গাড়ীত ডিব্ৰুগড় এৰিম। সহকাৰী নাজিৰে মোক ৰেলত তুলি দিবলৈ ষ্টেচনলৈ আহিছে। তেওঁৰ মুখৰ পৰাই গম পালো যে মই থকা ঘৰটো সেইদিনা পিচবেলাৰ পৰা অভিগ্ৰহণৰ পৰা মুকলি কৰি দিয়া হৈছে।

[কাহিনীটো একে নামেৰেই দৈনিক জনমভূমি বাতৰি কাকতৰ ১৯৯২ চনৰ ৫ জুলাই তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# চৰকাৰী আইন বিভাগৰ মতামত

কাছাৰ জিলাৰ চাৰিখন বাগান "লিকুইডেচন"ত গৈছে। ষ্টাৰ্লিং কোম্পানী। অসম চৰকাৰে এই বাগান কেইখনৰ পৰা বহুতো কৰ পাব লাগে। ইংলণ্ডৰ "লিকুইডেটৰে" জনাইছে যে অসম চৰকাৰক কৰ আদায় দিয়া সম্পৰ্কে তেওঁ কোনো ৰায় দিব নোৱাৰে। ইচ্ছা কৰিলে অসম চৰকাৰে নিৰ্দিষ্ট সময়ৰ ভিতৰত আদালতত গোচৰ তৰিব পাৰে।

মই তেতিয়া অসম চৰকাৰৰ বিত্ত বিভাগৰ আণ্ডাৰ চেক্ৰেটাৰী। ১৯৬৯ চন। এই টকা আদায় কৰা সম্পৰ্কে কৰ আয়ুক্ত আৰু বিত্ত বিভাগৰ মাজত নথি আদান প্ৰদান হৈ আছে। আমাৰ আইন বিভাগে মতামত দিছে যে এই টকা আদায়ৰ বাবে লণ্ডনত শীঘ্ৰে গোচৰ তৰিব লাগে। "বিত্ত আয়ুক্ত তথা সচিবে লণ্ডনস্থ ভাৰতীয় দূতাবাসৰ যোগেদি গোচৰ ত'ৰা ব্যৱস্থা লোৱাৰ বাবে মোক আৰু কৰ উপ-আয়ুক্তক (শ্ৰী চি,এ ৰয়) দিল্লীলৈ পঠালে।

সকলো নথি পত্ৰ লৈ আমি দুয়ো দিল্লী পালোগৈ। বৈদেশিক মন্ত্ৰনালয় আৰু বিত্ত মন্ত্ৰনালয়ৰ কেবাটাও কাৰ্য্যালয় পিচদিনা ঘূৰিলো। শেষৰ কামখিনি বৈদেশিক মন্ত্ৰনালয়ৰ "কনচুলাৰ ক'ৰ" শাখা অফিচত। গোচৰ ৰুজু কৰিবলৈ প্ৰতি গোচৰবে চাৰিটা নকলৰ প্ৰতি পৃষ্ঠতে চৰকাৰৰ হৈ মই চহী কৰি চিল-মোহৰ মাৰি সেই কাগজ "কনচুলাৰ ক'ৰ" অফিচৰ যোগেদি দিল্লীস্থ বৃটিছ দূতাবাসলৈ পঠাব লাগিব। তেওঁলোকে প্ৰতিখিলা কাগজত তেতিয়া এই চহীৰ ওচৰত "কাউণ্টাৰ-চাইন" কৰি কাগজ ঘূৰাই পঠাব। তাৰ পাচত "কনচুলাৰ ক'ৰ" শাখাই সেই কাগজ পত্ৰ লণ্ডনস্থ ভাৰতীয় দূতাবাসৰ আইন সম্পৰ্কীয় "কাউন্সেলাৰ"লৈ তাত গোচৰ তৰিবলৈ পঠাব। গোচৰ তৰাৰ শেষ তাৰিখলৈ বেচি দিন নাই বাবে গোচৰৰ নথি পত্ৰ "ডিপ্লমেটিক বেগ"তে পঠাবৰ বাবেও অনুৰোধ কৰিছো।

দিল্লী পোৱাৰ দ্বিতীয় দিনা "কনচুলাৰ ক'ৰ" শাখাত বহি গোচৰবোৰ পঠাবলৈ এখন বিতং "ফৰওৱাৰ্ডিং" চিঠি প্ৰস্তুত কৰা হ'ল। লগে লগে প্ৰতিখিলা কাগজতে চহী কৰি চিল-মোহৰ মাৰিবলৈও আৰম্ভ কৰিলো। চহী আৰু চিল-মোহৰ মাৰিবলগীয়া মুঠ কাগজৰ সংখ্যা পাঁচশতকৈ কম নহব।

"কনচুলাৰ ক'ৰ" শাখাৰ "ডেস্ক" অফিচাৰ জন অসমীয়া অমায়িক ভদ্ৰলোক। তেখেতৰ পৰা আমি সকলো সা-সুবিধা পাইছো। দুপৰীয়া আহাৰৰ সময়ত কেণ্টিন এখনত খাবৰ পৰত শুনিলো যে ৰাষ্ট্ৰপতি জাকিৰ হুছেইনৰ মৃত্যু হৈছে। খবৰটো কোনেও সঠিক ভাবে কব পৰা নাই। খন্তেকলৈকে "কনচুলাৰ ক'ৰ" শাখা অফিচলৈ আহিলো। ৰাষ্ট্ৰপতি ঢুকোৱা কথা সত্য। দূতাবাসবোৰকে ধৰি দিল্লীৰ সকলো কাৰ্য্যালয় তিনিদিনলৈ বন্ধ।

চিন্তাত পৰিলো। কাগজত মোৰ চহী কৰাই শেষ হোৱা নাই। "ডেস্ক" অফিচাৰে বৃটিছ দূতাবাসৰ লগত ফোনত কথা হ'ল। কাগজ পত্ৰবোৰ তিনি দিনৰ মূৰত "কাউন্টাৰ-চিগ্নেচাৰ"ৰ বাবে পঠাবলৈ ক'লে। লগতে "কাউন্টাৰ-চিগ্নেচাৰ" কৰোতে তেওঁলোকৰ কিমান মান সময় লাগিব পাৰে বুলি সোধাত কমেও দুঘণ্টা লাগিব বুলি ক'লো। অফিচ দুপৰীয়াৰ আহাৰৰ পাচতেই ছুটী হৈছে যদিও আমি আবেলিলৈকে অফিচতে থাকি চহী পৰ্ব্ব শেষ কৰিলো। তিনি দিনৰ মূৰত আহি কাগজ পত্ৰ বৃটিছ দূতাবাসলৈ নিম বুলি জনাই আচাম হাউচলৈ উভটিলো। আমি দুয়ো তাতেই আছো।

ৰাষ্ট্ৰপতিৰ মৃত্যুৰ খবৰ পাই অসম চৰকাৰৰ প্ৰতিনিধি হিচাবে ৰাজহমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰী আৰু বিত্ত মন্ত্ৰী কামাখ্যা প্ৰসাদ ত্ৰিপাথী দুয়ো পিচদিনা দিল্লীত উপস্থিত হ'লহি। সন্ধিয়া আমাক দেখি কিয় আহিছো শুধিলে। সকলো কথা বিবৰি কোৱাত চৌধুৰী ডাঙৰীয়াই আমাক শুধিলে "বিলাতত জানো কেচ্ হব?" ক'লো, "আইন বিভাগে আমাক তেনেদৰেই পৰামৰ্শ দিছে।" তেখেত কিন্তু আমাৰ আইন বিভাগৰ লগত একমত নহল। ফলে দিল্লীৰ কোনোবা এজন ডাঙৰ উকীলক সোধা ভাল হব। সেই সন্ধিয়াই বিভিন্ন আইনজীবীৰ লগত টেলিফোনত যোগাযোগ কৰিবলৈ যত্ন কৰিলো। চুপ্ৰিম কৰ্টত অসমৰ উকীল শ্ৰী নৌনিত লাল অমৃতসৰত, শ্ৰী জাফ্ৰী আহমেদাবাদত, শ্ৰী নীৰেণ দে বম্বেত, শ্ৰী নৰিমেনে দিল্লীৰ বাহিৰত। শ্ৰী অশোক সেন অৱশ্যে পিচদিনা কলিকতাৰ পৰা দিল্লী আহি পাবহি। দুয়োগৰাকী মন্ত্ৰীৰ লগত ৰাতি আলোচনা কৰি সিদ্ধান্তত উপনীত হোৱা গ'ল যে প্ৰথমে শ্ৰী সেনৰ জুনিয়ৰৰ লগত আলোচনা কৰি পাচত শ্ৰীসেনৰ মতামত লব লাগে। শ্ৰী সেনৰ মতামতেই চূড়ান্ত মতামত হব। এই মতামতৰ বাবে যি ফিজ দিবলগীয়া হব তাক বিভাগে বহন কৰিব।

পিচদিনা শ্ৰীসেনৰ জুনিয়ৰক লগ ধৰিলো আলোচনাৰ পাচত তেওঁৰ মতামত লিপিবদ্ধ কৰি এটা টোকা দিবলৈ অনুৰোধ কৰিলো। শ্ৰীসেনক লগ ধৰাৰ এটা সময় ঠিক কৰিবলৈকো তেওঁক ক'লো।

ৰাতি দহমান বজাত শ্ৰীসেনৰ জুনিয়ৰে ফোন কৰি জনালে যে শ্ৰীসেন কলিকতাৰ পৰা আহি পাইছে আৰু তেখেতে পিচদিনা পুৱা ৫ বজাত আমাক লগ পাব।

দিল্লীত ৰাতিপুৱা ৫ বজামানে ৰাতি। ৰাতি ৪ মান বজাতে এবোজা কাগজ আৰু জুনিয়ৰ জনৰ টোকাটো লৈ এখন টেক্সিত (কনিষ্ঠ বিষয়াক চৰকাৰী কামতো দিল্লীৰ আচাম হাউচৰ গাড়ী দিয়া তেতিয়া নিয়ম নাছিল) উঠি মই আৰু শ্ৰীৰয় ৰাইচিনা ৰ'ডৰ ৯ নং ঘৰ পালোহি সেইটোৱেই শ্ৰীসেনৰ ঘৰ। আমি চাৰে চাৰি বজা মানতে সেইখিনি পালো— গতিকে বাৰান্দাতে পায়চাৰী কৰি আছো। বাৰান্দাৰ পৰা দেখো এটা কোঠাত টেবুল লাইট এটা জ্বলাই এজন লোক বহি আছে। পৰ্দা থকা বাবে কি কৰিছে বাহিৰৰ পৰা ধৰিব নোৱাৰিলো।

বাৰান্দাতে প্ৰায় আধা ঘণ্টামান কটালো ঠিক ৫ বজাত এজন ডেকো ল'ৰা ওলাই আহি আমাৰ পৰিচয় বিচাৰিলে। পৰিচয় দিয়াত আমাক ভিতৰলৈ লৈ গ'ল। শ্ৰী সেন বহি থকা কমটোত সোমাই দেখিলো তেওঁ টেবুল লেম্প এটা জ্বলাই কাম কৰি আছে। কমটোৰ তিনিওফালে মজিয়াৰ পৰা চিলিঙলৈকে ওখ আলমাৰী। কিতাপেৰে ভৰি আছে। আমাক বহিবলৈ কৈ চমুকৈ বিষয়টো কবলৈ ক'লে। জুনিয়ৰ জনৰ টোকাটো আগবঢ়াই দি কেচটো সম্পৰ্কে চমুকৈ ক'লো। এনেতে এগৰাকী ভদ্ৰমহিলাই চাহ আনিলে। আমাকো যাচিলে।

শ্ৰী সেনে কাঠৰ হাকুটি এডালেৰে কোঠাটোৰ এটা আলমাৰীৰ ওপৰৰ খলপৰ পৰা এখন সৰু পকাবন্ধা কিতাপ আনিলে। দুই-তিনি মিনিটমান কেবাখনো পাত লুটিয়াই চালে। তাৰ পাচত কিতাপখন জপাই আমাক যি কলে তাৰ সাৰমৰ্ম এনে ধৰণৰ। চৰকাৰী বিভাগবোৰে গোচৰৰ ভিতৰতে সোমাব নোখোজে বাবেই চৰকাৰে বেচিভাগ গোচৰতে জিকিব নোৱাৰে। আইন বিভাগৰ বিষয়াজনে জানিব লাগিছিল যে আমাৰ আইন ইংলণ্ডত বলবৎ নহয়। সেয়ে তাত গোচৰ তৰি লাভ নাই। কি উপায় বুলি সোধাত তেখেতে আমাক আমাৰ চুপ্ৰিম কোৰ্টত গোচৰ তৰি এটা ডিক্ৰী লবলৈ ক'লে। ভাৰত আৰু ইংলণ্ডৰ মাজত থকা চুক্তি অনুসৰি এনে ডিক্ৰী ইংলণ্ডত জাৰি কৰিব পৰা হব।

শ্ৰীসেনে টেবুলৰ তলতে থকা বেলটো বজাই কাবোবাক মাতিলে। আমাক ভিতৰলৈ মাতি নিয়া ডেকাজন আহিল। এই কেচৰ সম্পৰ্কে তেখেতৰ মতামত আৰু আমি কি কৰা উচিত হব এই সম্পৰ্কে তেখেতে ডেকাক



এটা শ্রুতলিপি দিলে। ১৫ মিনিট মানৰ পাচত ডেকাজনে দুটা টাইপ কৰা কপি লৈ আহিল। শ্ৰীসেনে চকু ফুৰাই এটা কপিত চহী কৰি আমাক দিলে। আমি নমস্কাৰ দি বাহিৰলৈ আহিলো।

ডেকাজনৰ কোঠা বাৰান্দাৰ কাষতে। ফিজৰ কথা শুধিলো। ডেকাই সময়ত অসম চৰকাৰলৈ বিল পঠাব বুলি কলে।

শ্ৰীসেনৰ ঘৰৰ পৰা আহিয়েই গোটেই বিষয়টো টেলিফোন কৰি চিলঙত বিত্ত আয়ুক্ত তথা সচিবক জনালো। তাৰ পাচত সেইদিনা আগবেলাই "কনচুলাৰ ক'ৰ" অফিচলৈ গৈ ডেস্ক অফিচাৰক সকলো কথা কৈ নথী পত্ৰ ঘূৰাই আনিলো। ৰাতিৰ উৰাজাহাজত দুয়ো আহি কলিকতা পালোহি।

পিচদিনা চিলং পাই বিত্ত আয়ুক্ত তথা সচিবক এটা বিতং টোকা দিলো। টোকাৰ এটা নকল বিত্ত আয়ুক্তই আইন বিভাগলৈও পঠালে।

সচিবালয়ৰ কৰিডৰত আইন বিভাগৰ মুৰব্বীজনক পাচত কেতিয়াবা লগ পাইছো। নামাতে।

[এই কাহিনীটো "চৰকাৰী আইন বিভাগৰ জ্ঞান" নামেৰে দৈনিক অসম বাতৰি কাকতৰ ১৯৯১ চনৰ ২৮ জুলাই তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# নিগনি

পুৰা খবৰ কাগজখন খুলিয়েই মনটো বেয়া লাগি গ'ল। শেষৰ পৃষ্ঠাত এক-চতুৰ্থাংশমান খাদ্য-সামগ্ৰী থকা এটা থৈলাৰ ছবি। মাজত এটা মৰা নিগনি। থৈলাৰ মুৰটো মোটোকাই ৰখা হৈছে— বস্তু বিক্ৰিৰ লগে লগে সাধাৰণতে যেনে ধৰণে কৰা হয়। ছবিৰ তলত অলপ ডাঙৰ হৰফত লিখা— এপেক্স মাৰ্কেটিং চোচাইটিৰ আটাৰ থৈলাত মৰা নিগনি। মই তেতিয়া এপেক্সমাৰ্কেটিংৰ সভাপতি আৰু পৰিচালক সঞ্চালক।

বাতৰিটো এনে ধৰণৰ চহৰৰ এখন সুলভ মূল্যৰ দোকানত এটা আটাৰ থৈলাত প্ৰায় তিনি-চতুৰ্থাংশ আটা বিক্ৰি কৰাৰ পাচত আটাত এটা মৰা নিগনি পোৱা গৈছে। এই আটাৰ থৈলাটো অন্যান্য চাউল, ময়দা, আটা আদি থৈলাৰ লগত সুলভ মূল্যৰ দোকানী জনে এপেক্স মাৰ্কেটিং চোচাইটিৰ গুৱাহাটীৰ শাখাৰ পৰা আনিছিল।

মোৰ ঘৰৰ কাষতে থকা এপেক্সমাৰ্কেটিং চোচাইটিৰ সহকাৰী শাখা পৰিচালক এজনক লগে লগে মাতি পঠালো। ডেকা ল'ৰা। উদ্যমী। তেওঁক তেতিয়াই শাখা পৰিচালকক লগ ধৰি বিষয়টো অনুসন্ধান কৰিবলৈ ক'লো। এটা বিষয়ত মোৰ এটা সন্দেহ থকা বিষয়েও তেওঁক কলো। এক কুইণ্টলৰ বস্তা এটাৰ তিনি-চতুৰ্থাংশ আটাৰ তলত কেবাদিনো পৰি থকা নিগনি এটা বোধহয় একেবাৰে চেপেটা লাগিল হেতেন। কিন্তু ছবিৰ নিগনিটো তেনে যেন নালাগে।

সোনকালে অফিচলৈ গৈছো। দহবজাৰ লগে লগে সমবায় আৰু যোগান বিভাগৰ সচিব, সমবায় মন্ত্ৰী আদিৰ টেলিফোন আহিল। তদন্ত প্ৰতিবেদনৰ বাবে ৰৈ আছো বুলি কলো।

দুপৰীয়া শাখা আৰু সহকাৰী শাখা পৰিচালক দুয়ো আহি উপস্থিত হ'লহি। কলে যে অন্যান্য চাৰি বস্তা আটাৰ লগতে এই বস্তাটোও সুলভ মূল্যৰ দোকানী জনে এপেক্সমাৰ্কেটিংৰ গুৱাহাটী শাখাৰ পৰা নিয়া কথাটো সঁচা। বাকী বস্তা কেইটাৰ আটা শেষ হৈছে। এইটোৱেই শেষ বস্তা আছিল। বস্তাটো "বি-টুইল" বস্তা— মজবুত। বস্তাৰ গাত কোনো ফুটা নাই। অৰ্থাৎ,

বস্তা ফুটা কৰি বা বস্তাৰ গাৰ কোনো ফুটা অংশৰে নিগনি সোমোৱা নাই। উদ্যোগী সহকাৰী শাখা পৰিচালকে যাজতে ফটোগ্ৰাফাৰ এজনৰ হতুৱাই দোকানীৰ সাক্ষাতত নিগনিৰ ফটো এটা তুলিছিল। আবেলি সেই ছবিৰ নিগেটিভ আহিল। মই আগতে কৰা সন্দেহেই সঁচা যেন লাগিল

অৱশ্যে সময়ত আমাৰ শাখা অফ সহকাৰী পৰিচালকে দোকানৰ মালিক আৰু বস্তু-বাহানি জোখ-মাপ কৰি দিয়া কৰ্মচাৰীজনকো প্ৰশ্ন কৰিছিল। মালিকজনে নিগনিটো পাচতহে বস্তাত দেখা বুলি কৈছে। বস্তাত নিগনি পোৱা সংবাদটো তেওঁ কৰ্মচাৰী জনৰ পৰাহে পাইছে। কৰ্মচাৰীজনেও আটা বিক্ৰি কৰি থকা সময়ত বস্তাত নিগনিটো পোৱা নাছিল। অন্যান্য বস্তু বিক্ৰি কৰি আন এজনক আটা দিবলৈ আহোঁতেহে তেওঁ বস্তাত নিগনিটো পাইছিল। ঘটনাটো আগদিনা আবেলিৰ। সেই সময়ত দোকানখনত বৰ ভীৰ নাথাকিলেও ৮-১০জন গ্ৰাহক আছিল। নিগনিটো পোৱাৰ পাচত গ্ৰাহক সকলৰ পৰামৰ্শ ক্ৰমে এজনে চাইকেলত গৈ যোগান বিভাগৰ পৰিদৰ্শক এজনক খবৰ দিছিল আৰু পৰিদৰ্শকে নিজে আহি বিষয়টো চাই গৈছে। তাৰ পাচত "প্ৰেছ"ৰ এজন মানুহে এজন ফটোগ্ৰাফাৰৰ হতুৱাই খবৰ কাগজত ওলোৱা ছবিটো তোলে। যিমানে শুনিছো সিমানেই ঘটনাটো জটিল হৈ গৈছে আৰু সন্দেহো ক্ৰমান্বয়ে বাঢ়িছে।

দুয়োকে গোটেই কথাখিনি লিখি এটা প্ৰতিবেদন দিবলৈ ক'লো। তাৰ পাচত সেই প্ৰতিবেদনৰ প্ৰতিলিপি সংলগ্নিত কৰি মোৰ এটা টোকা সমবায় আৰু যোগান বিভাগ আৰু সমবায় বিভাগৰ মন্ত্ৰীৰ ব্যক্তিগত সচিবলৈ পঠালো।

আবেলিলৈকে আন কোনো কাম নহ'ল। মোৰ টোকাত লিখিলো যে আটাৰ বস্তা এপেক্স মাৰ্কেটিং চোচাইটিৰ গুৱাহাটী শাখাই উপায়ুক্তৰ আবণ্টন ক্ৰমে মিলৰ পৰা "ডেলিভাৰী" লৈ বহুতো সুলভ মূল্যৰ দোকানীক দিছে, এপেক্স মাৰ্কেটিং এ আটা প্ৰস্তুত কৰি থৈলাত নভৰায় বা খুলিও বিক্ৰি নকৰে। গতিকে এপেক্স মাৰ্কেটিং চোচাইটিৰ হেমাহিত মৰা নিগনি বস্তাত থকাৰ প্ৰশ্ন উঠিব নোৱাৰে। দোকানীৰ অসাৱধানতাই ইয়াৰ কাৰণ।

আবেলি ৫ বজাত উপায়ুক্তৰ ঘৰৰ অফিচতে এখন সভা আছিল। সিও বিতৰণ সম্পৰ্কে। সভাৰ ভিতৰতেই আমাৰ অফিচৰ পৰা এজন সহায়ক আহি মোক কলে যে মুখ্যমন্ত্ৰীয়ে মোক তেখেতৰ বিধান সভাৰ কোঠাত বিচাৰিছে। গাড়ী নাই। বাহিৰত কিনকিনীয়া বৰষুণ। তেনেকৈয়ে আহি শুক্ৰেশ্বৰ ঘাটৰ ওচৰত এখন ৰিক্সা পাই কুমাৰ পাৰাৰ অফিচলৈ আহিলো। মুখ্যমন্ত্ৰীয়ে কিয় মাতিছে, কোনেও কব নোৱাৰিলে। মাত্ৰ দুবাৰ ওপৰাওপৰিকৈ তেখেতৰ

ব্যক্তিগত সচিবৰ পৰা টেলিফোন অহা কথাহে ক'লে।

অফিচত এখন জীপ গাড়ী আছিল। সেইখনতে দিচপুৰ বুলি উঠিলো।

বাটত বহুতো চিন্তাই জুমুৰী দি ধৰিছে। নিশ্চয় আটাত নিগনি এই বাতৰিটো মুখ্যমন্ত্ৰীৰ দৃষ্টি গোচৰ হৈছে। গালি খাব লাগিব যে ধুৰুপ। হয়ো, তেখেতে সমবায়ৰ উন্নতিৰ হ'কে বহুতো কাম কৰিছে। এনে এটা বাতৰিয়ে তেখেতৰ মনত-দুখ দিয়াটো স্বাভাবিক। আকৌ মনতে ভাবিছো— আমাৰটো কোনো দোষ নাই। এপেক্স মাৰ্কেটিং সমবায় অনুষ্ঠান গতিকে ইয়াৰ শত্ৰুও বহুত। আমাক বদনাম দিব পাৰিলে ব্যৱসায় ব্যক্তিগত খণ্ডলৈ নিয়াত সুবিধা। বাটত কথাবোৰ জুকিয়াই গৈছো। তথাপিও কৈফিয়ৎ দিব লাগিব। ভাবিয়েই বেয়া লাগিছে।

বিধান সভা ভবনৰ মুখ্যমন্ত্ৰীৰ কোঠাৰ বাহিৰত সমবায় বিভাগৰ উপ সচিব বহি আছে। ক'লে যে মোক হেনো মুখ্যমন্ত্ৰীয়ে কেবাবাৰো বিচাৰিছে। ভিতৰত কোন কোন আছে বুলি সোধাত ক'লে যে পূৰ্ব্বভাৰতৰ ৰাজ্য কেইখনৰ সমবায় বিভাগৰ মন্ত্ৰীসকলৰ এখন সভা চলি আছে। শুনি উশাহ



ছুটী হৈছে। সকলোবে আগত বেইজতি হব লাগিব।

কোঠাত সোমালো। মোক দেখিয়েই মুখ্যমন্ত্ৰীয়ে শুধিলে, "মবাপাট

সংগ্ৰহত আমাৰ সমবায় বিলাকে কি কি অসুবিধা পাইছে— কওকচোন।"
হে হৰি, কি ভাবি গৈছিলো। কিহত পৰিলো।

ভাগ্য সুপ্ৰসন্ন। কেইদিন মান আগতে মৰাপাট নিগমৰ লগত আমাৰ এই সম্পৰ্কে কথা হৈছিল। কলো যে, মৰাপাটৰ "চাপোৰ্ট প্ৰাইচ"ক নৰাচলতে "চাপোৰ্ট প্ৰাইচ" বুলি কব নোৱাৰি। ৰাজ্য ভেদে মৰাপাটৰ "চাপোৰ্ট প্ৰাইচ" বেলেগ বেলেগ। ধান, চাউলৰ দৰে সমগ্ৰ ভাৰতবৰ্ষতে এটা "চাপোৰ্ট প্ৰাইচ" হোৱাহে উচিত আছিল। মুখ্যমন্ত্ৰীক আৰু ক'লো যে মৰাপাট সংগ্ৰহৰ বাবে মৰাপাট নিগমে সমবায়ক দিয়া কমিচন অন্যান্য ৰাজ্যৰ তুলনাত অসমতে কম। ইয়াৰ উপৰিও অসমৰ সমবায় সমূহে কলিকতাৰ মিলত মৰাপাট দিব লাগে। অভিজ্ঞতাৰ পৰা যি দেখা গৈছে— এই মিলবোৰে অসমৰ পৰা নিয়া মৰাপাট এটা গ্ৰেড তল কৰিহে গ্ৰহণ কৰে। ফলত সমবায় লোকচানৰ সন্মুখীন হৈছে। গতিকে এনে বোৰ সমবায় বিৰোধী প্ৰথা সলনি কৰাৰ প্ৰয়োজন হৈছে।

কথাখিনি কবলৈহে পালো, পশ্চিমবঙ্গৰ সমবায় মন্ত্ৰীয়ে সভাত উপস্থিত থকা ভাৰতীয় মৰাপাট নিগমৰ সভাপতিক এই সম্পৰ্কে নিগমে কি ব্যৱস্থা লৈছে শুধিলে। সভাপতিয়ে এন,চি,ডি,চি আৰু পূৰ্বাঞ্চলৰ ৰাজ্যসমূহৰ সমবায়ৰ এখন সভা শীঘ্ৰে পাতি এই বিষয়ে আৱশ্যকীয় ব্যৱস্থা লব বুলি প্ৰতিশ্ৰুতি দিলে।

মোক মুখ্যমন্ত্ৰীয়ে আহিবলৈ কোৱাত কোঠাৰ বাহিৰ ওলালো। অণ্ঠ-কণ্ঠ শুকাই গৈছে। বিধান সভা ভৱনত এখন সৰু কেন্টিন আছিল। বন্ধ। বাটতে বন্ধু হীৰালাল ফুকনৰ "দল দোপ"ত বহি চাহ একাপ খাই ঘৰ মুৱা হ'লো।

[কাহিনীটো "নিগনি" নামেৰে দৈনিক অসম বাতৰি কাকতৰ ১৯৯১ চনৰ ১ চেপ্তেম্বৰ তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# পয়মাল

## (১)

১৯৫৪ চনৰ কথা। এদিন সন্ধিয়া তেজপুৰৰ "আনোৱাৰ টকীজত" চিনেমা এখন চাবলৈ সোমাইছো। পিচদিনাৰ পৰা দূৰ্গাপূজাৰ বন্ধ— চাৰিদিন। পূজাৰ বন্ধত যোৰহাটৰ ঘৰলৈ যাম বুলি উপায়ুক্ত শ্ৰীযুত বি, এল, সেনৰ পৰা "ষ্টেচন লিভ পাৰ্মিচন" লৈ থৈছো। পিচদিনা পুৱাতে যাম।

চিনেমা আৰম্ভ হোৱাৰ অলপ পাচতেই চিনেমা হলৰ মেনেজাৰ জন মোৰ ওচৰলৈ আহি কাণৰ কাষত ফুচফুচাই এবাৰ বাহিৰলৈ আহিবলৈ ক'লে। বাহিৰলৈ ওলাই দেখিলো উপায়ুক্তৰ ড্ৰাইভাৰে মোক লগ পাবলৈ বৈ আছে। ক'লে যে চাহাবে মোক জৰুৰীকৈ তেখেতক লগ পাবলৈ কৈছে। ড্ৰাইভাৰ জন হেনো প্ৰথমে মই থকা ঘৰলৈ গৈছিল। কাম কৰা ল'ৰাটোৱে চিনেমা চাবলৈ অহা বুলি কোৱাত ইয়ালৈকে মোক বিচাৰি আহিছে।

চিনেমা চোৱা নহল। ড্ৰাইভাৰে উপায়ুক্তৰ চৰকাৰী ষ্টেচন ওৱাগন গাড়ীখন লৈ আহিছে। গাড়ীখনত উঠি উপায়ুক্তৰ বাস-ভৱন পালোহি। বঙলাৰ অফিচতে উপায়ুক্তই কিবা কাগজ পত্ৰ চাই বহি আছে। সোমোৱাৰ লগে লগে তেখেতে মোক পিচদিনা পুৱাতে বিশ্বনাথলৈ যাবলৈ কলে। তাত বানপানী প্ৰপীড়িত লোকক সাহায্য দিয়া ক্ষেত্ৰত যথেষ্ট খেলিমেলি আৰু দূনীতি হোৱা বুলি তেখেতে বাতৰি পাইছে। সেই অঞ্চলৰ নেতা বুলি কৈ ফুৰা এজন স্থানীয় লোকে সাহায্যৰ চাউল আৰু সাহায্য চাউলৰ খালি বস্তা বিক্ৰী কৰা বুলিও হেনো তেখেতে খবৰ পাইছে। সেয়ে, বিশ্বনাথলৈ গৈ মই এই বিষয়ে তদন্ত কৰাৰ উপৰিও প্ৰয়োজনবোধে বান-বিদ্ধস্ত গাওঁত সাহায্য আগ বঢ়াব লাগে। তেখেতে মোক পঞ্চাশ মোন পৰ্য্যন্ত চাউল আৰু লাগতীয়াল পৰিমাণৰ নিমখ, গৰু-মহৰ বাবে ভূচি বিশ্বনাথতে উপায়ুক্তৰ হৈ লবৰ বাবেও কৰ্তৃত্ব দিলে। মোক তেখেতে বিশ্বনাথত এজন কৃষি বিষয়াক লগ ধৰিবলৈ ক'লে আৰু জনালে যে বিষয়াজন অতি সৎ আৰু নিৰ্ভৰযোগ্য, কিবা অসুবিধা হ'লে তেওঁৰ সহায় লব পাৰিম। মই যে পিচদিনাৰ পৰা পূজাৰ বন্ধত

ঘৰলৈ যোৱাৰ অনুমতি পাইছিলো সেই কথা সেই সময়ত উপায়ুক্তক কবলৈ সাহসেই গোটাব নোৱাৰিলো। হয় বুলি উপায়ুক্তৰ কাৰ্য্যালয়ৰ পৰা বিদায়লৈ ওলালো। ঘূৰি চিনেমা চাবলৈ আৰু নগলো।

পিচদিনা ৰাতিপুৱাৰ বাচখনতে বেডিংখন আৰু চুটকেচ এটা লৈ বিশ্বনাথ অভিমুখে যাত্ৰা কৰিলো। আবেলি বিশ্বনাথ পাই ওচৰৰে দোকান এখনত বেডিং আৰু চুটকেচটো থৈ কৃষি বিষয়াৰ ঘৰ বিচাৰি ওলালো। ঘৰ উলিয়ালো— ওচৰতে। কৃষি বিষয়া ঘৰতে আছিল, আদহীয়া মানুহজন। আগতে লগ পোৱা নাছিলো। বিষয়াজনৰ ঘৰ আৰু অফিচ একেটাই। তেখেতৰ পৰিয়াল সেই সময়ত গাওঁৰ ঘৰত, গতিকে মোৰ অসুবিধা নহলে তেখেতৰ ঘৰতেই থাকিব পাৰিম বুলি কোৱাত আপত্তি নকৰিলো। দোকান খনৰ পৰা মোৰ বেডিং আৰু চুটকেচ তেখেতৰ ভৃত্যৰ হতুৱাইয়ে ঘৰলৈ অনালে।

আবেলি চাহ-জলপান খাই ওচৰৰ গাওঁ দুখন কৃষি বিষয়াৰ লগত নাওত ঘূৰি চালো। দেখিলো গুৰিতেই ভুল হৈছে। বিশ্বনাথত সাহায্য বিতৰণৰ দায়িত্বত থকা বিষয়াজনে কোনো কোনো গাওঁত কেইটামান সংঘৰ যোগেদি চৰকাৰী সাহায্য বিতৰণ কৰিছে। বিষয়াজনে ভাল হব বুলি ভাবিয়েই হয়তো এনে কৰিছে, কিন্তু এনেবোৰ সংঘত দুই চাৰি সুবিধাবাদী আৰু লোভী সদস্যও যে থাকিব পাৰে সেই কথাও বিষয়াজনে ভবা উচিত আছিল। উপায়ুক্তই উল্লেখ কৰা স্বয়ম্ভু নেতা জনো এনে এটা সংঘৰ লগত জড়িত। এনে সংঘৰ যোগেদি বিতৰণ কৰিবলৈ দিয়া কেতবোৰ গাওঁত সমূলি সাহায্য নোপোৱাৰ অভিযোগ সেই দিনা সন্ধিয়াৰ পৰাই ৰাইজৰ পৰা পাবলৈ ধৰিলো।

সাহায্যৰ দায়িত্বত থকা বিষয়াজনৰ লগত আলোচনা কৰি কোনো সংঘ বা সংগঠনৰ যোগেদি চৰকাৰী সাহায্যৰ বিতৰণ তৎকালীন বন্ধ কৰা হ'ল। বিভিন্ন অঞ্চলত চৰকাৰী সাহায্য দিয়াৰ দায়িত্ব একোজনকৈ চৰকাৰী চাকৰিয়ালক দিয়াৰ সিদ্ধান্ত কৰা হ'ল। সেই সময়ত বিশ্বনাথ অঞ্চলত অন্যান্য চাকৰিয়ালৰ সংখ্যা অতি কম হোৱা বাবে, পশুপালন বিভাগৰ চাকৰিয়াল, কাননগো আৰু মণ্ডল সকলকো সাহায্য বিতৰণৰ দায়িত্ব দিয়া হ'ল। সাহায্যৰ কামত সুবিধাৰ বাবে অন্যান্য বে-চৰকাৰী লোকৰ সহায় চৰকাৰী সাহায্যৰ দায়িত্বত থকা চাকৰিয়াল জনে লব পাৰিব যদিও সাহায্যৰ হিচাব-নিকাচ আদিৰ ক্ষেত্ৰত চাকৰিয়াল জনহে চৰকাৰৰ ওচৰত জবাব দেহী হব।

স্বয়ম্ভু নেতা জনৰ দুৰ্নীতিৰ বিষয়ে যাৰ পৰাই শুনিছো তেওঁৰে উক্তি লিপিবদ্ধ কৰিছো। চৰকাৰী চাউলৰ বস্তা বিক্ৰী কৰি টকা লোৱাৰ অকাট্য প্ৰমাণেই পাইছো। বস্তা কিনা এজন দোকানীৰ পৰা। মই ইতিমধ্যে প্ৰায়

কুৰি মোন চাউল এখন দোকানৰ পৰা উপায়ুক্তৰ নামত কালিয়নে লৈছো। সেই চাউল সাহায্যৰ পৰা বঞ্চিত হোৱা গাওঁ কেইখন আৰু সেই সময়ত চলি থকা দুটা কেম্পৰ লোক সকলৰ মাজত বিতৰণ কৰিছো।

তদন্তৰ কথা নেতাজনে গম পাইছে। প্ৰথম দুদিন মই তেওঁক বিচাৰিয়েই পোৱা নাছিলো, কিন্তু এদিন প্ৰত্যুষতে তেওঁ কৃষি বিষয়াৰ ঘৰ ওলালহি। অতি আচৰিত কথা যে সাহায্যৰ চাউল আৰু বস্তা বিক্ৰী কৰাৰ কথা তেওঁ সহজেই স্বীকাৰ কৰিলে। বয়সস্থ মানুহ— ভৰিত ধৰাত দুখো লাগিল। তেওঁক তিৰস্কাৰ কৰাত বিক্ৰী কৰা বুলি স্বীকাৰ কৰা ছয় বস্তা চাউল, চাউল হিচাবে ঘূৰাই দিবলৈ মান্তি হ'ল। বিক্ৰী কৰা বস্তাৰ দামো ঘূৰাই দিবলৈ সন্মত হ'ল। সেইদিনা আবেলিয়েই চাউল ছয় বস্তা আৰু বিক্ৰী কৰা বস্তাৰ দাম তেওঁ সাহায্যৰ দায়িত্বত থকা বিষয়াজনক দিলেহি।



বিজয়া দশমী মোৰ বিশ্বনাথতেই পাৰ হ'ল। দশমীৰ দিনা বিশ্বনাথতেই উপায়ুক্তক দিবলৈ এটা প্ৰতিবেদন যুগুত কৰিলো। পিচদিনা আগবেলা কৃষি বিষয়াৰ পৰা বিদায় লৈ তেজপুৰ বুলি বিশ্বনাথ চাৰিআলিলৈ অহাৰ সময়ত চাৰিআলিত তেজপুৰৰ সদৰ এচ,ডি,ওক লগ পালো। তেখেতে জীপ গাড়ী এখনত আহিছে— অন্য এক তদন্তত। তেখেতো সেইদিনাই তেজপুৰলৈ উভটিব। তেখেতৰ গাড়ীতে (চৰকাৰী জীপ গাড়ী) মইয়ো আহি সন্ধিয়া তেজপুৰ পালোহি। তেজপুৰ পায়েই পোনে পোনে উপায়ুক্তৰ বঙলালৈ গ'লো। উপায়ুক্ত

ঘৰতে আছে। বিশ্বনাথত লিখি নিয়া প্ৰতিবেদন খন তেখেতক দিলোঁ। উপাযুক্তই প্ৰতিবেদন খন হাতত লৈ পঢ়িছে। কাৰো মুখত মাতবোল নাই।

প্ৰতিবেদন খন পঢ়ি চোৱাৰ পাচত উপাযুক্তই ক'লে, "কাইলৈৰ পৰা তুমি চাৰি দিনৰ বাবে ঘৰলৈ যাব পাৰা"। ড্ৰাইভাৰক মাতি তেখেতে চৰকাৰী গাড়ীখনেৰেই মোক ঘৰত থৈ আহিবলৈ কলে।

(২)

১৯৭৯ চনৰ জুন-জুলাই মাহ। পুৱা ঠিক চাৰে ন বজাত মুখ্যসচিবে মাতি পঠালে।

মই তেতিয়া অসম চৰকাৰৰ ৰাজনৈতিক বিভাগত "অফিচাৰ-অন-স্পেচিয়েল ডিউটি"। মুখ্য সচিবৰ কোঠাৰ কাষৰ কোঠা এটাত বহো। কাৰ্য্যালয় খোলা থকা দিনত মুখ্যসচিব ঠিক চাৰে ন বজাত কাৰ্য্যালয়লৈ আহে। মই আৰু প্ৰায় পোন্ধৰ মিনিট মান আগেয়ে কাৰ্য্যালয়লৈ আহো। কোৱা বাহুল্য যে মোৰ বেচি ভাগ কামেই মুখ্যসচিবৰ লগত।

মুখ্যসচিবে মোক সেইদিনাই দুপৰীয়া দিল্লীলৈ যাব লাগিব বুলি ক'লে। সেই সময়ত দিল্লীত থকা আমাৰ মুখ্যমন্ত্ৰীয়ে হেনো খবৰ দিছে যে পিচদিনা অসম আৰু সীমান্তবৰ্ত্তী ৰাজ্য এখনৰ সীমান্তত ঘটা কেইটামান ঘটনাৰ বিষয়ে ভাৰত চৰকাৰৰ গৃহমন্ত্ৰীয়ে আমাৰ মুখ্যমন্ত্ৰীৰ লগত আলোচনা কৰিব। এই ঘটনা সমূহৰ ভিতৰত আমাৰ ফালৰ পৰা প্ৰতিবাদ কৰা স্বত্তেও আৰু ভাৰত চৰকাৰৰ পৰা স্থিতাবস্থা ৰক্ষা কৰিবৰ বাবে নিৰ্দ্দেশ দিয়াৰ পাচতো আমাৰ এলেকাত সেই ৰাজ্য চৰকাৰে এটা ডাঙৰ আলিবাট নিৰ্ম্মাণ কৰি থকা বিষয়টোও প্ৰধান। মুখ্যমন্ত্ৰীক আলোচনাত সহায় কৰাটোৱেই মোৰ দিল্লী যাত্ৰাৰ একমাত্ৰ কাৰণ।

খবৰটো মুখ্যসচিবে সেইদিনা পুৱা ন বজাৰ কিছু আগতে পাইছিল। মোক টেলিফোনত বিচাৰিছিল যদিও ঘৰত নাপালে। মোৰ যাতায়াতৰ সকলো ব্যৱস্থা অৱশ্যে তেখেতে ইতিমধ্যে ঠিক কৰি ৰাখিছে। এটা জনা শুনা ট্ৰেভেল এজেন্সীলৈ টেলিফোন কৰি মোক এটা উৰাজাহাজৰ টিকট যোগাৰ কৰি দিবলৈ কৈছে। মই এয়াৰপৰ্টলৈ যোৱাৰ পথত ট্ৰেভেল এজেন্সীৰ অফিচৰ পৰা মাথোন টিকটটো সংগ্ৰহহে কৰিব লাগে। মুখ্যসচিবৰ কোঠাত বহি থাকোতেই সচিবালয়ৰ একাউণ্টচ শাখাৰ এজন সহায়ক আগতীয়া ভ্ৰমন বানচ হিচাবে টকাও দি গ'ল।

সময় বৰ কম। এয়াৰ পৰ্টত হাজিৰ হোৱা সময় তেতিয়া সম্ভৱ দুপৰীয়া চাৰে বাৰ মান বজাত আছিল। নিজৰ কোঠালৈ আহি লৰালৰিকৈ আলোচনা হ'বলগীয়া বিষয় সম্পৰ্কীয় কাগজ পত্ৰ, মেপ ইত্যাদি গোটাই লৈ ঘৰ পালোহি। অলপ কাপোৰ-কানি আৰু লাগতীয়াল দুই-এক পদ সামগ্ৰী চুটকেচত ভৰোৱাৰ সময়তেই দিল্লীলৈ যাম বুলি শুনি ছোৱালী জনীয়ে ভৰিৰ জোখ দি জোতা এজোৰ আৰু কিবা কিবি দুটামান বস্তু তাইলৈ আনিবলৈ লিষ্টি এখন দিলে। লিষ্টি জেপত ভৰাই ট্ৰেভেল এজেন্সীৰ অফিচ হৈ এয়াৰ পৰ্ট পালোহি।

গুৱাহাটীৰ পৰা কলিকতা হৈ সন্ধিয়া দিল্লী পাই আচাম হাউচত উঠিলো। আচাম হাউচত মুখ্যমন্ত্ৰীৰ খবৰ ললো। কৰবালৈ ওলাই গৈছে। ৰাতি দহমান বজাতহে আহিব পাৰে বুলি এজনে জনালে।

গৃহমন্ত্ৰীৰ লগত আলোচনা কৰিবলগীয়া বিষয় সমূহ উৰাজাহাজত যাওঁতে চিন্তা কৰি গৈছিলো। মুখ্যমন্ত্ৰীক লগ পাবলৈ হাতত কিছু সময় থকা বাবে আমাৰ আলোচনা কৰিবলগীয়া মূল কথা কেইটা (টকিং পইণ্টচ্) চমুকৈ লিখি দুটা কপি টাইপ কৰি ললো। ইতিমধ্যে মুখ্যমন্ত্ৰী অহাত আমাৰ ফালৰ পৰা কৰবলগীয়া কথাখিনি ৰাতিয়েই আলোচনা কৰি টাইপ কৰি লোৱা মোৰ সৰু টোকাটোও তেখেতক পঢ়ি চাবৰ বাবে দিলোঁ। পিচদিনা আমি গৃহমন্ত্ৰীক আগবেলা এঘাৰ বাজি পোন্ধৰ মিনিট যোৱাত দেখা কৰাৰ কথা।

পিচদিনা পুৱা দিল্লীত থকা অসম চৰকাৰৰ আবাসী আয়ুক্তকো মুখ্যমন্ত্ৰীৰ কোঠাত লগ পালো। তেওঁও আমাৰ লগতে গৃহমন্ত্ৰীৰ লগত হ'বলগীয়া আলোচনালৈ যাব বুলি ক'লে। কথাই কথাই আয়ুক্তই আৰু জনালে যে গৃহমন্ত্ৰীয়ে হেনো মুখ্যমন্ত্ৰী বা অন্যান্য মন্ত্ৰীৰ লগত কোনো বিষয় আলোচনা কৰা কালত লগত যোৱা বিষয়াই কথা কোৱা বা আলোচনাত ভাগ লোৱা বেয়া পায়। কথাষাৰ শুনি অস্বস্তি বোধ কৰিলো, কিজানি মিছাকৈয়ে দিল্লীলৈ অহা হ'ল। মনে মনে অৱশ্যে নিশ্চিন্ত হলো— আমাৰ মুখ্যমন্ত্ৰীয়ে সীমা সম্পৰ্কীয় বিষয় সমূহ ভালদৰে জানে।

এঘাৰ বাজি দহ মিনিট গ'ল। অসম চৰকাৰৰ দিল্লীস্থ আয়ুক্তৰ তেতিয়ালৈকে দেখা দেখি নাই। মুখ্যমন্ত্ৰীয়ে বিৰক্তি প্ৰকাশ কৰিছে। আৰু অপেক্ষা কৰিবৰ সময় নাছিল বাবে মুখ্যমন্ত্ৰী আৰু মই— দুয়ো "নৰ্থ ব্লক" বুলি যাত্ৰা কৰিলো। নৰ্থ ব্লকত সোমোৱা গেটত গৃহমন্ত্ৰনালয়ৰ এজন বিষয়া ৰৈ আছিল। মুখ্যমন্ত্ৰীৰ গাড়ীত ৰাষ্ট্ৰীয় পতাকা থকা বাবে মুখ্যমন্ত্ৰীক চিনি পোৱাত সেই বিষয়াজনৰ অসুবিধা হোৱা নাছিল। সেই বিষয়াজনেই আমাক গৃহমন্ত্ৰীৰ কোঠালৈ লৈ গ'ল।

গৃহমন্ত্ৰীৰ কোঠাত সোমাই দেখিলো— তেখেতে এজনৰ লগত কথাপাতি আছে। এই কথা পাতি থকা মানুহজনৰ গাত হাত দীঘল বগা হাৱাই চাৰ্ট আৰু বগা ট্ৰাউজাৰ। মানুহজন অৱশ্যে ক'লা বৰণৰ। আগতে কতো দেখা মনত নপৰিল। আমি গৃহমন্ত্ৰীৰ কোঠাত সোমোৱাৰ লগে লগে গৃহমন্ত্ৰণালয়ৰ যুটীয়া সচিব তথা সীমা সম্পৰ্কীয় বিষয়ৰ বিশেষ বিষয়াজনো কোঠাত সোমাল।

গৃহমন্ত্ৰীয়ে মুখ্যমন্ত্ৰীক কুশল বাৰ্তা শুধি অসম সম্পৰ্কে আৰু দুই এটা কথা শুধিলে। আমাকো মুখ্য মন্ত্ৰীয়ে পৰিচয় কৰাই দিলে। আলোচনা আৰম্ভ হোৱাৰ আগে আগে বগা পোচাক পিন্ধা মানুহজনে বিদায় লব বুলি আশা কৰিছিলো, কিন্তু তেওঁ বহিয়েই থাকিল। আলোচনা আৰম্ভ হ'ল। আমাৰ মুখ্যমন্ত্ৰীয়ে চমুকৈ অথচ সুন্দৰ ভাবে আমাৰ সমস্যাৰ কথা ব্যাখ্যা কৰিলে। গৃহমন্ত্ৰীয়ে চকীত হেলান দি চকুমুদি কথা শুনি আছে। চকু মুদিয়েই মুখ্যমন্ত্ৰীক মাজে মাজে দুটা এটা প্ৰশ্নও কৰিছে।

শেষত ওচৰ চুবুৰীয়া ৰাজ্যখনে অসমৰ এলেকাত আলিবাট নিৰ্ম্মাণ কৰাৰ কথা ওলাল। ইমান সময় নিমাতে থকা বগা পোচাক পিন্ধা মানুহজনে আলিবাট নিৰ্ম্মাণৰ কথা ওলাওঁতে মাজতে মাত দি ক'লে যে সেই ৰাজ্যৰ চৰকাৰে কোৱা মতে আলিবাটটো সেই ৰাজ্যখনৰ গড়কাপ্তানী বিভাগৰ "ৰেকৰ্ড"ত আছে আৰু সেয়েহে তেওঁলোকে আলিবাটটো মেৰামতি কৰি বহল কৰিছে। মাজতে হঠাৎ আন এজন মানুহে এনেদৰে কোৱা বাবে বিৰক্তি অনুভৱ কৰিলো। মুখ্যমন্ত্ৰীও অলপ থমকি ৰ'ল, কাৰণ এই বাটটো যে সেই ৰাজ্যখনৰ গড় কাপ্তানী বিভাগৰ ৰহীত আছে বুলি কৈছে সেই কথা আমি আগতে নাজানিছিলো। গৃহমন্ত্ৰীয়ে তেতিয়াও চকীত হেলান দি চকু মুদিয়েই আছে। দিল্লীস্থ অসম চৰকাৰৰ আয়ুক্তৰ মন্তব্যৰ কথা মনত পৰিলেও পলম কৰা উচিত নহব বুলি ভাবি ভয়ে ভয়ে আমাৰ মুখ্যমন্ত্ৰী আৰু গৃহমন্ত্ৰীৰ অনুমতি বিচৰাত দুয়ো মোক কি কৰলগীয়া আছে কৰলৈ কলে।

লগত লৈ যোৱা নথীৰ পৰা সংশ্লিষ্ট এলেকাৰ চাৰ্ভে অৱ ইণ্ডিয়াৰ মানচিত্ৰ এখন উলিয়ালো। তাত ভাৰত চৰকাৰৰ জাননী মতে অসম আৰু সমীপবৰ্ত্তী সেই ৰাজ্যখনৰ সাংবিধানিক সীমা চিহ্নিত কৰা আছিল আৰু ৰাজ্যখনে যি দুখন ঠাইৰ মাজত আলিবাটটো বান্ধিব ধৰিছে সেই ঠাই দুখনৰ নামো আছিল। মানচিত্ৰখন টেবুলৰ ওপৰত মেলি ধৰাত গৃহমন্ত্ৰীয়ে চকীখন অলপ আগলৈ আনি মানচিত্ৰ খনৰ ওপৰত চকু ফুৰাবলৈ ধৰিলে। আলিবাটটোৱে সংলগ্ন কৰিব খোজা ঠাই দুখন যে অসমৰ সংবিধানিক সীমাৰ ভালেখিনি ভিতৰত তাত কোনো সন্দেহ নাই। গৃহমন্ত্ৰীয়ে মন্ত্ৰণালয়ৰ যুটীয়া সচিবৰ

ফালে চোৱাত যুটীয়া সচিবেও ঠাই দুখন অসমৰ ভিতৰত বুলিয়েই ক'লে।

গৃহমন্ত্রী পতিয়ন যোৱা যেন দেখি বগা পোচাক পিন্ধা মানুহজনক উদ্দেশ্য কৰিয়েই কলো যে কোনো ৰাজ্যই তেওঁলোকৰ গড়কাপ্তানী বিভাগৰ "বুকচ্"ত আলিবাট থকা অজুহাতত যদি আন এখন ৰাজ্যৰ সীমাৰ ভিতৰত আলিবাট মেৰামতি কৰি বা বহল কৰি বা নতুনকৈ সাজি সেই ঠাই নিজৰ বুলি দাবী কৰিব পাৰে, তেন্তে ওচৰ চুবুৰীয়া আটাই কেইখন ৰাজ্যকে অসমে নিজৰ বুলি দাবী কৰিব পাৰে কিয়নো এই আটাইবোৰ ৰাজ্যৰে সকলো গড়কাপ্তানী বিভাগৰ পথ অসমৰ গড়কাপ্তানী বিভাগৰ "বুকচ্"ত আছিল।

বগা পোচাক পিন্ধা মানুহজনে তেতিয়া অলপ অপ্রস্তুত হৈ কলে যে বাটটো গড়কাপ্তানী বিভাগৰ "বুকচ্"ত থকাটো তেওঁৰ কথা নহয়, সেই ৰাজ্যখনৰ চৰকাৰে কোৱা বাবেহে তেওঁ কথাটো উল্লেখ কৰিছে। এই কথাৰ উত্তৰত আমি ক'লো যে ৰাজ্যখনে যদি সঁচাকৈয়ে তেনেদৰে কৈছে তেন্তে এই আলিবাট নির্ম্মাণ কৰাৰ সময়ত অসমে বাৰে বাৰে কৰা প্রতিবাদৰ উত্তৰত ভাৰত চৰকাৰে তেনে দাবীৰ কথা অসমক জনোৱা উচিত আছিল। এনে অদ্ভুত দাবী নিসন্দেহে উদ্দেশ্য-প্রনোদিত।

আলোচনা শেষ হ'ল। সেইদিনাই পিচবেলা গৃহমন্ত্রীয়ে ইখন ৰাজ্যৰ মুখ্যমন্ত্রীৰ লগতো সীমা-সম্পর্কীয় বিষয় আলোচনা কৰাৰ কথা। আমাৰ মুখ্যমন্ত্রীকো পাৰিলে সেই আলোচনাত উপস্থিত থাকিবলৈ গৃহমন্ত্রীয়ে অনুৰোধ কৰিছিল। পিচে মুখ্যমন্ত্রীয়ে সেই দিনাই আবেলি পূর্ব্ব-নির্দ্ধাৰিত সূচীমতে কলিকতালৈ যাবলগীয়া হোৱা বাবে এই আলোচনাত উপস্থিত থাকিব নোৱাৰিব বুলি কৈ গৃহমন্ত্রীৰ পৰা বিদায় ললে।

আমাৰ লগে লগে গৃহমন্ত্রণালয়ৰ যুটীয়া সচিবো কোঠাৰ পৰা ওলাল। মই গৃহমন্ত্রণালয়ত আৰু দুটামান কাম আছে বুলি মুখ্যমন্ত্রীৰ অনুমতি লৈ যুটীয়া সচিবৰ কোঠালৈ আহিলো। মুখ্যমন্ত্রী আচাম হাউচলৈ উভটিল। চিগাৰেট এটা হুপিবৰ প্রবল ইচ্ছা হৈছিল। মুখ্যমন্ত্রীৰ সন্মুখত চিগাৰেট হোপাৰ প্রশ্নই নুঠে। যুটীয়া সচিবে "কোল্ড ড্রিংকচ্" অনাসে। কথাৰ মাজতে বগা পোচাক পিন্ধা মানুহজনৰ পৰিচয় বিচাৰিলো। যুটীয়া সচিব আচৰিত হ'ল। সুধিলে তুমি সচাকৈয়ে মানুহজনক চিনি পোৱা নাইনে? নাই পোৱা বুলি কোৱাত ক'লে যে সেইজনেই ভাৰত চৰকাৰৰ গৃহ সচিব।

ভগবানে যি কৰে ভালেই কৰে। আলোচনাৰ আগতে তেওঁক গৃহসচিব বুলি জনা হ'লে হয়তো তেওঁৰ কথাৰ ওপৰত কোনো কথাই কব নোৱাৰিলোহেঁতেন।

সিখন ৰাজ্যৰ মুখ্যমন্ত্ৰীৰ লগত পিচবেলা গৃহমন্ত্ৰীৰ কি আলোচনা হ'ল তাৰ বুজ লবলৈ অফিচ ছুটীৰ আগে আগে যুটাইয়া সচিবৰ কোঠালৈ গলো। গৃহমন্ত্ৰীয়ে সেই ৰাজ্যৰ মুখ্যমন্ত্ৰীৰ ওচৰত ৰাজ্যখনৰ কেইটামান কাৰ্য্যত আৰু বিশেষকৈ আলিবাটটো তেতিয়াও বান্ধি থকা কাৰ্য্যত ঘোৰ অসন্তুষ্টি প্ৰকাশ কৰিছে বুলি তেওঁ কলে। আলোচনাৰ পাচত গৃহমন্ত্ৰীয়ে লিখিত ভাবেও সেই ৰাজ্যখনৰ মুখ্যমন্ত্ৰীক অন্যৰাজ্যৰ সাংবিধানিক সীমাৰ ভিতৰত অনধিকাৰ প্ৰবেশৰ পৰা বিৰত থাকিবলৈ নিৰ্দেশ দিয়া বুলি ক'লে। সেই চিঠিৰ এটা নকল আমাৰ মুখ্যমন্ত্ৰীলৈও পঠোৱা কথা। কিছুপৰ বৈ মই সেই নকলটো লৈ ৰাতিয়েই মুখ্যসচিবক আলোচনা আৰু চিঠিখনৰ কথা টেলিফোনত জনাই পিচদিনা গুৱাহাটীলৈ উভটিলো।

[কাহিনীটো "পয়মাল" নামেৰে দৈনিক অসম বাতৰি কাকতৰ ১৯৯২ চনৰ ২৯ মাৰ্চ তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# মুকলি বিশ্ববিদ্যালয়ৰ বাবে মুকলি ঠাই

১৯৮৫ চনৰ জানুৱাৰী মাহত ভাৰত চৰকাৰে সমগ্ৰ দেশৰ বাবে এক শিক্ষানীতি প্ৰবৰ্ত্তনৰ কথা ঘোষণা কৰে আৰু ১৯৮৬ চনৰ মে মাহত আনুষ্ঠানিক ভাবে এটা ৰাষ্ট্ৰীয় শিক্ষানীতি গ্ৰহণ কৰে। এই শিক্ষানীতি ১৯৮৬ চনৰ শিক্ষানীতি বুলি জনাজাত।

এই শিক্ষানীতি গ্ৰহণৰ কিছুদিনৰ ভিতৰতেই অৰ্থাৎ ১৯৮৬ চনৰ জুলাই মাহৰ আগভাগত মই শিক্ষা বিভাগলৈ বদলি হৈ আহো। ইতিমধ্যে নতুন শিক্ষানীতিৰ ওপৰত বহুতো চৰকাৰী-বেচৰকাৰী টোকা আৰু "প্ৰোগ্ৰাম অব একচন্" "চেলেঞ্জ টু এডুকেচন" ইত্যাদি পুস্তিকা প্ৰকাশ পাইছে আৰু এই নীতিৰ ওপৰত কেন্দ্ৰীয় শিক্ষা উপদেষ্টা পৰিষদ আৰু শিক্ষা মন্ত্ৰী আৰু শিক্ষা সচিব সকলৰ ভালে কেইখন সভাত বিস্তৃত আলোচনা হৈছে।

স্বাধীনতাৰ পিচৰ সময় চোৱাত শিক্ষা সম্পৰ্কীয় কেবাখনো আয়োগ তথা সমিতি গঠিত হৈছে। ইয়াৰে ভিতৰত ১৯৬৮ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতি স্বাধীনোত্তৰ ভাৰতীয় শিক্ষাৰ ইতিহাসত নিসন্দেহে এক গুৰুত্বপূৰ্ণ পদক্ষেপ। তথাপিও যেন ১৯৮৬ চনৰ শিক্ষানীতিয়ে সমগ্ৰ দেশতে এটা অভূতপূৰ্ব্ব আলোড়নৰ সৃষ্টি কৰিছে। ৰাজ্য সমূহৰ ভিতৰত কোনে কিমান খৰতকীয়াকৈ এই শিক্ষানীতি ৰূপায়িত কৰিব তাকে লৈ যেন এটা প্ৰতিযোগিতা চলিছে। ভালে কেইখন ৰাজ্যই কোনো কোনো বিষয়ত ৰাষ্ট্ৰীয় শিক্ষানীতিৰ পৰামৰ্শৱলী নিজ ৰাজ্যৰ পাৰিপাৰ্শ্বিকতাৰ পৰিপ্ৰেক্ষিতত ফঁহিয়াই নোচোৱাকৈয়েই ৰূপায়ণ কৰিবলৈ তৎপৰ হোৱাও দৃষ্টি গোচৰ নোহোৱা নহয়।

অন্যান্য ৰাজ্যৰ লগতে অসমতো নতুন ৰাষ্ট্ৰীয় শিক্ষানীতি ৰূপায়ণ কৰিবলৈ জোৰ-জোৰ চলিছে। দুই এক বিষয়ত যেনে নৱোদয় বিদ্যালয়, স্বায়িত্ব শাসিত মহাবিদ্যালয় ইত্যাদিৰ ক্ষেত্ৰত ৰাজ্য চৰকাৰৰ দ্বিধা থাকিলেও ভালেকেইটা কামত যেনে প্ৰাথমিক বিদ্যালয়ৰ গৃহ নিৰ্ম্মাণ, অপাৰেচন ব্লেক বোৰ্ডৰ বাবে প্ৰয়োজনীয় সমীক্ষা আৰু ব্যৱস্থা, শিক্ষাৰ সম্প্ৰসাৰণ আৰু অন্যান্য লাগতীয়াল সুবিধা দানৰ ব্যৱস্থা, বৃত্তিমুখী শিক্ষাৰ কাৰ্য্যসূচী প্ৰণয়ন, মাধ্যমিক আৰু উচ্চ শিক্ষাৰ দৃঢ়ীকৰণ, শিক্ষা ক্ৰম প্ৰস্তুতি, শিক্ষক প্ৰশিক্ষণ আৰু কাৰিকৰী শিক্ষাৰ আধুনিকীকৰণ ইত্যাদি কামত অসমৰ অগ্ৰগতি ভালেই

বুলি কৰ লাগিব।

১৯৮৬ চনৰ শেষ ভাগত নতুন শিক্ষানীতিৰ অগ্ৰগতি সম্পৰ্কে দিল্লীত অনুষ্ঠিত এখন আলোচনা সভাত যোগদান কৰা সময়ত ইন্দিৰা গান্ধী মুকলি বিশ্ববিদ্যালয়ৰ এক উচ্চ পদস্থ বিষয়াক লগ পাওঁ। ১৯৮৬ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতিত শিক্ষক গণতান্ত্ৰিক ৰূপ দিয়াৰ এক আহিলা হিচাবে আৰু উচ্চ শিক্ষাৰ সা-সুবিধা বৃদ্ধি কৰিবলৈ মুকলি বিশ্ববিদ্যালয়ৰ ব্যৱস্থা কৰা হৈছে। বিষয়াজনে আমাক পূৰ্ব্বাঞ্চলৰ ৰাজ্যসমূহৰ বাবে গুৱাহাটীত ইন্দিৰা গান্ধী মুকলি বিশ্ববিদ্যালয়ৰ এটা আঞ্চলিক কেন্দ্ৰ স্থাপনৰ কথা বিবেচনা কৰি চাবলৈ পৰামৰ্শ দিয়ে। তেখেতে ক'লে যে ইতিমধ্যেই মুকলি বিশ্ববিদ্যালয়ৰ ৪ টা আঞ্চলিক কেন্দ্ৰ বিভিন্ন চহৰত স্থাপিত হৈছে আৰু অসম চৰকাৰ সন্মত হ'লে তেখেতসকলে ১৯৮৭ চনতে গুৱাহাটীত এটা আঞ্চলিক কেন্দ্ৰ স্থাপনত ইচ্ছুক।

এই কেন্দ্ৰ স্থাপনৰ বাবে অসম চৰকাৰে কি ব্যৱস্থা লব লাগিব সেই কথাও তেখেতে আমাক জনালে। আঞ্চলিক কেন্দ্ৰৰ বাবে চাৰি বা চাৰে-চাৰি হাজাৰ বৰ্গফুটৰ এটা ঘৰৰ প্ৰয়োজন হব আৰু এই ঘৰৰ ভাড়া সদ্যহতে অসম চৰকাৰে দিব লাগিব। এই কেন্দ্ৰৰ মুৰব্বী হিচাবে ইন্দিৰা গান্ধী মুকলি বিশ্ববিদ্যালয় কৰ্ত্তৃপক্ষই এজন আঞ্চলিক বিষয়া নিযুক্তি দিব আৰু কেন্দ্ৰটোৰ বাবে অন্যান্য কৰ্ম্মচাৰীৰ নিযুক্তি আঞ্চলিক বিষয়াজনেই দিব। আঞ্চলিক বিষয়াকে ধৰি আঞ্চলিক কেন্দ্ৰৰ সকলো কৰ্ম্মচাৰীৰ বেতন মুকলি বিশ্ববিদ্যালয় কৰ্ত্তৃপক্ষই বহন কৰিব। আমাৰ লগত হোৱা আলোচনাত ৰাজ্য চৰকাৰৰ শিক্ষা বিভাগে পঠোৱা বিষয়াৰ তালিকাৰ পৰাই আঞ্চলিক বিষয়াজন নিৰ্ব্বাচন কৰা হব বুলিও তেখেতে প্ৰতিশ্ৰুতি দিলে। কোৱা বাহুল্য যে অন্যান্য পদ সমূহ থলুৱা লোকেৰেই পূৰণ কৰা হব।

প্ৰসন্ন মনেৰে গুৱাহাটীলৈ উভটিলো। উল্লেখ্যযোগ্য যে অসম চুক্তিৰ সপ্তম দফাত ৰাষ্ট্ৰীয় অনুষ্ঠান স্থাপনৰ যোগেদি শিক্ষা আৰু বিজ্ঞান তথা কাৰিকৰী শিক্ষাৰ ওপৰত অধিক গুৰুত্ব দিয়া হব বুলি উল্লেখ আছে। চুক্তিৰ এই দফাত ৰাজ্য চৰকাৰে প্ৰস্তাব কৰা অনুষ্ঠান সমূহৰ ভিতৰত ইন্দিৰা গান্ধী মুকলি বিশ্ববিদ্যালয়ৰ এটা কেন্দ্ৰৰ কথাও উল্লেখ আছে।

গুৱাহাটীলৈ আহি সংশ্লিষ্ট সকলোৰে লগত বিষয়টো আলোচনা কৰা হ'ল। সকলোৱে প্ৰস্তাবটো সোনকালে কাৰ্য্যকৰী কৰিব লাগে বুলি মন্তব্য প্ৰকাশ কৰিলে। ইতিমধ্যে লিখিত ভাবেও মুকলি বিশ্ববিদ্যালয় কৰ্ত্তৃপক্ষৰ পৰা আঞ্চলিক কেন্দ্ৰ স্থাপনৰ বাবে চিঠি আহিল।

ইন্দিৰা গান্ধী মুকলি বিশ্ববিদ্যালয় বিধি মতে প্ৰয়োজন সাপেক্ষে বিভিন্ন শিক্ষানুষ্ঠানত অধ্যয়ণ কেন্দ্ৰ (ষ্টাডি চেণ্টাৰ) থাকিব। আঞ্চলিক কেন্দ্ৰই সেই অধ্যয়ণ কেন্দ্ৰ সমূহৰ মাজত সমন্বয় ৰক্ষা কৰিব আৰু তাৰ কাম-কাজ চোৱা-চিতা কৰিব। অধ্যয়ণ কেন্দ্ৰ সমূহ একোজন সমন্বয়-ৰক্ষী বিষয়াৰ (কোঅৰ্ডিনেটৰ) দায়িত্বত থাকিব। এই অধ্যয়ণ কেন্দ্ৰ সমূহত বিভিন্ন মাধ্যম যেনে বিশেষকৈ প্ৰস্তুত কৰা অধ্যয়ণ সামগ্ৰী, টোকা, শ্ৰৱণ-যন্ত্ৰ (অ,ডি,ও) আৰু দূৰদৰ্শন যন্ত্ৰ (ভি,ডি,ও) ইত্যাদিৰ যোগেদি শিক্ষাদান হ'ব। তাৰ উপৰিও "পাৰ্ট টাইম" সহায়ক (গাইড) আৰু শিক্ষকে ছাত্ৰ-ছাত্ৰী সকলক সৰ্ব্বতো প্ৰকাৰে সহায় কৰিব। অধ্যয়ণ কেন্দ্ৰ স্থাপিত হোৱা শিক্ষানুষ্ঠানটোৰেই অভিজ্ঞ শিক্ষকে "পাৰ্টটাইম" শিক্ষক/সহায়কৰ কাম কৰিব আৰু তাৰ বাবে তেওঁলোকক মুকলি বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষই মাননী দিব। যাতায়ত আৰু সহজে যোগাযোগ কৰিব পৰা সুবিধাৰ উপৰিও যিহেতু আঞ্চলিক কেন্দ্ৰটোৱে ৰাজ্যচৰকাৰ আৰু অঞ্চলটোৰ বিশ্ববিদ্যালয় সমূহৰ লগত সঘনে যোগাযোগ কৰিব লাগিব সেয়ে ই ৰাজ্যৰ ৰাজধানীত স্থাপিত হোৱাটো মুকলি বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষই বিচাৰে।

আমি ইতিমধ্যে আঞ্চলিক কেন্দ্ৰ স্থাপনৰ বাবে ঘৰ বিচাৰিছো। ৰাজধানীৰ ওচৰতে কাহিলীপাৰা পথত এটা ঘৰ পোৱাও হৈছে। ভাড়া সম্পৰ্কে আলোচনা চলি আছে।

বিস্তৃত টোকা প্ৰস্তুত কৰি চৰকাৰক দিয়া হ'ল। চৰকাৰে পাচত কি আলোচনা কৰিলে গম নাপাওঁ, কিন্তু সিদ্ধান্ত হ'ল যে এই আঞ্চলিক কেন্দ্ৰ কাৰ্বি আংলং জিলাৰ খেৰণী অঞ্চলৰ হাৱাইপুৰতহে স্থাপিত হ'ব লাগে।

মুৰে কপালে হাত দিলো। কিয় যে এনে সিদ্ধান্ত লোৱা হ'ল মই আজিলৈকে বুজি নাপালো। ইটো কোনো কৃষি বিশ্ববিদ্যালয়ৰ বা কৃষি গবেষণা কেন্দ্ৰ পতা কথা নহয় যে হাজাৰ হাজাৰ বিঘা-মাটি লাগিব। এই আঞ্চলিক কেন্দ্ৰৰ বাবে লাগে মাথোন চাৰে চাৰি হাজাৰ মান বৰ্গফুটৰ এটা ঘৰ।

সিদ্ধান্ত সলনিৰ বাবে দিচপুৰতেই ইফালে সিফালে দৌৰাদৌৰি কৰিলো। মুকলি বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষইও এই সিদ্ধান্ত পাই আচৰিত হ'ল। তেওঁলোকৰ ফালৰ পৰাও সিদ্ধান্তটো পুনৰ বিবেচনা কৰিবৰ বাবে অনুৰোধ পত্ৰ আহিল। চৰকাৰক সকলো কথা পুনৰ টোকা আকাৰত জনাই সিদ্ধান্তৰ সলনিৰ বাবে অনুৰোধ জনোৱা হ'ল। সিদ্ধান্তৰ কিন্তু লৰ-চৰ নহল।

কেৱা মাহো পাচত শুনিলো যে আঞ্চলিক কেন্দ্ৰটো মুকলি বিশ্ববিদ্যালয় কৰ্ত্তৃপক্ষই চিলঙত স্থাপন কৰিছে। দুখ লাগিল। কেন্দ্ৰটো ইয়াত হোৱা হলে হয়টো ইয়াৰে কেইজনমান মানুহৰ অন্ন সংস্থান হ'লহেঁতেন।

অৱসৰ গ্ৰহণৰ ঠিক আগে আগে মুকলি বিশ্ববিদ্যালয়ৰ সেই পদস্থ বিষয়াজনক এবাৰ লগ পাইছিলো। মই তেতিয়া শিক্ষা বিভাগত নাই। অৱসৰৰ ঠিক তিনিমাহ আগতে শ্ৰম বিভাগলৈ বদলি হৈছো। কথাই কথাই বিষয়াজনে আমি কিয় গুৱাহাটীৰ সলনি হাৱাইপুৰত আঞ্চলিক কেন্দ্ৰটো স্থাপন কৰিব বিচাৰিছিলো শুধিলে। মই শিক্ষা বিভাগত নাই বুলি কথাষাৰ এৰাই যাব খোজোতে বিষয়াজনে ধেমালিৰ সুৰতেই শুধিলে যে তোমালোকৰ চৰকাৰে মুকলি বিশ্ববিদ্যালয়ৰ আঞ্চলিক কেন্দ্ৰৰ বাবে মুকলি মাটি লাগে বুলি ভাবিয়েই তেনে সিদ্ধান্ত লৈছিল নেকি?



[কাহিনীটো একে নামেৰেই দৈনিক জনমভূমি কাকতৰ ১৯৯২ চনৰ ২১ মে তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# ডাক বঙলাৰ ভাতৰ বিল

প্ৰায় ২৯-৩০ বছৰ আগৰ কথা। এদিন খবৰ আহিল অসমৰ উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশে মাৰ্ঘেৰিটাত থকা টিৰাপ হস্তান্তৰিত এলেকাৰ সহকাৰী ৰাজনৈতিক বিষয়াৰ 'কৰ্ট' পৰিদৰ্শন কৰিব। মই সেইসময়ত টিৰাপ হস্তান্তৰিত এলেকাৰ সহকাৰী ৰাজনৈতিক বিষয়া। পৰিদৰ্শনৰ তাৰিখলৈ তেতিয়াও প্ৰায় এসপ্তাহ মান দেৰী আছে।

চাকৰি কালত তেতিয়ালৈকে মুখ্য ন্যায়াধীশৰ পৰিদৰ্শনৰ সন্মুখীন হোৱা নাছিলো। কেৱা জনো জিলা আৰু চেচন জজৰ পৰিদৰ্শন অৱশ্যে পাইছিলো। কৰিমগঞ্জত কাম কৰা সময়ত এবাৰ উচ্চ ন্যায়ালয়ৰ এজন ন্যায়াধীশেও মোৰ 'কৰ্টত' খন্তেকৰ বাবে ভূমুকি মাৰিছিল। কিন্তু তেতিয়া মই তৃতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেট গতিকে বোধহয় বেচি সময় মোৰ 'কৰ্টত' থাকি সময়ৰ অপব্যয় কৰা উচিত বুলি নাভাবিলে।

মুখ্য ন্যায়াধীশৰ পৰিদৰ্শন। মুখ্য ন্যায়াধীশ হৰিৰাম ডেকা। পৰিদৰ্শনৰ বাবে চিন্তা যে লগা নাই তেনে নহয়। খবৰ পোৱাৰ দিনৰে পৰা ৰেকৰ্ড-পত্ৰ ঠিক ঠাক কৰাত লাগিলো। নানা ষ্টেটমেণ্ট। কিমান গোচৰ নিষ্পত্তি হ'ল, ৩ মাহ, ৬ মাহ আৰু এবছৰতকৈ বেচি দিন নিষ্পত্তি নোহোৱাকৈ থকা গোচৰৰ সংখ্যা, কিমান ব্যক্তিৰ সাক্ষ্য গ্ৰহণ কৰা হ'ল ইত্যাদি ইত্যাদি। মাৰ্ঘেৰিটা 'কৰ্টত' সেইসময়ত গোচৰৰ সংখ্যা ৫০ টাত কৈও কম আছিল। গতিকে লাগতীয়াল ষ্টেট্মেণ্ট সমূহ প্ৰস্তুত কৰোতে বেচি সময় নালাগিল। মই মাৰ্ঘেৰিটালৈ অহাৰ আগতে কৰিমগঞ্জত কাম কৰি আহিছো। কৰিমগঞ্জৰ তুলনাত মাৰ্ঘেৰিটাত গোচৰৰ সংখ্যা অতি নগন্য বুলিয়েই কব পাৰি। গোচৰত কোনো জটিলতাও নাই। কৰিমগঞ্জত কাম কৰা সময়ত শুনিছিলো যে অবিভক্ত ভাৰতত যেতিয়া চিলেট জিলা অসমৰ ভিতৰত আছিল তেতিয়া হেনো কোনো মেজিষ্ট্ৰেটে হবিগঞ্জ মহকুমাত আৰু পুলিচ বিষয়াই ধৰম-পাশা থানাত কাম নকৰিলে তেওঁলোকৰ প্ৰশিক্ষণেই সম্পূৰ্ণ হোৱা নাই বুলি ধৰা হৈছিল। হবিগঞ্জ মহকুমাত সেই সময়ত হেনো ৬ জন মেজিষ্ট্ৰেট আৰু ৬ জন মুন্সিফ আছিল। দেশ বিভাজনৰ পাচত গোচৰ সংক্ৰান্ত বিষয়ত কৰিমগঞ্জেই

অসমত হবিগঞ্জৰ নাম ৰাখিছে বুলি কহতে কম।

সেয়ে কৰিমগঞ্জত একে ৰাহে ৪ বছৰ মেজিষ্ট্ৰেটৰ কাম কৰি অহাৰ পাচত চিন্তা লাগিলেও মাৰ্ঘেৰিটাৰ পৰিদৰ্শনলৈ বিশেষ ভয় কৰা নাছিলো। পৰিদৰ্শনৰ আগদিনা হেড ক্লাৰ্ক শ্ৰীযুত ৰুকন্নাই ক'লে যে পিচদিনা মই দহ বজাৰ আগে আগে মাৰ্ঘেৰিটাৰ ডাক বঙলাত থৈ থকাহে উচিত হ'ব কিয়নো মুখ্য ন্যায়াধীশ নিশ্চয় প্ৰথমে তাতেই সোমাব। মই মান্তি নহ'লো। ক'লো যে মুখ্য ন্যায়াধীশে 'কৰ্ট' পৰিদৰ্শনৰ সময় দিছে পুৰা দহ বজাত। গতিকে মই 'কৰ্ট' এৰি দহ বজাত তেখেতৰ বাবে ডাক বঙলাত থৈ থকাটো সমিচীন নহ'ব। কবটো নোৱাৰি কিজানি মুখ্য ন্যায়াধীশ পোনে পোনে কৰ্টলৈয়ে আহে। তথাপিও আমাৰ কাৰ্য্যালয়ৰে এজন দায়িত্বশীল সহায়ক শ্ৰীশৰ্ম্মাক পুৱাৰে পৰা ডাক বঙলাত ৰাখিলো সকলো কাম চোৱা চিতা কৰিবলৈ। মুখ্য ন্যায়াধীশে দুপৰীয়াৰ আহাৰো মাৰ্ঘেৰিটা ডাক বঙলাতে খাব।

পৰিদৰ্শনৰ দিনা ফিট্-ফাট্ হৈ চাৰে ন বজাত কৰ্টলৈ আহিছো। অন্যান্যো সকলো কৰ্ম্মচাৰীও আগতেই কাৰ্য্যালয়ত উপস্থিত হৈছে। মাৰ্ঘেৰিটাৰ সৰুকাৰী ৰাজনৈতিক বিষয়াৰ কৰ্টত বহিলে উত্তৰ ফালৰ খিৰিকিখনেদি পৰ্দ্দা কোচাই থলে ৰাজপথটো দেখি। মটৰৰ হৰ্ণ শুনিলেই খিৰিকি খনেদি আলিবাটলৈ চাওঁ।

ঠিক দহ বজাৰ লগে লগে এখন গাড়ী কাৰ্য্যালয়ৰ চৌহদলৈ সোমাই আহিল। প্ৰায় দৌৰিয়েই কমৰ পৰা বাহিৰ ওলালো। বাহিৰ ওলাই দেখিলো আমাৰ কাৰ্য্যালয়ৰ সহায়ক শৰ্ম্মাহে গাড়ীৰ পৰা নামিছে। শৰ্ম্মাই জনালে যে মুখ্য ন্যায়াধীশ আহি ডাক বঙলা পাইছেহি— মোক মাতি পঠাইছে। লৰালৰিকৈ সেইখন গাড়ীতে উঠিলো। চৰকাৰী জীপ খনত হেডক্লাৰ্কক মোৰ লগে লগে ডাক বঙলালৈ আহিবলৈ ক'লো। মনে মনে ভাবিলো, হেড ক্লাৰ্কৰ কথা মতে মই বোধহয় ডাক বঙলাত থকাহে উচিত আছিল মুখ্য ন্যায়াধীশে বা ডাক বঙলাত উপস্থিত নথকা কথাটো কেনে ধৰণে লয়।

ডাক বঙলাৰ ১ নং কমটো মুখ্য ন্যায়াধীশৰ বাবে আগতেই ঠিক কৰি ৰখা হৈছিল। কমত সোমাই চিনাকী দিলো। মুখ্য ন্যায়াধীশৰ লগত তেখেতৰ কন্যা, ডিব্ৰুগড়ৰ অতিৰিক্ত জিলা আৰু চেচন জজ শ্ৰী ৰহমান আৰু এজন দক্ষিণ ভাৰতীয় সহায়ক আছিছে।

বহিবলৈ দি মুখ্য ন্যায়াধীশে মই কিমানদিন মাৰ্ঘেৰিটাত আছো, আগতে ক'ত ক'ত চাকৰি কৰিছো, কেনেকুৱা ধৰণৰ গোচৰ নিস্পত্তি কৰিছো ইত্যাদি

বিষয়ে শুধিবলৈ ধৰিলে। সেই সময়ত হস্তান্তৰিত এলেকাৰ জনজাতীয় লোক সকলৰ মাজত হোৱা বিবাদ ১৯৪৫ চনৰ ফ্ৰণ্টিয়াৰ ৰেগুলেচন এক্ট আৰু (সম্ভৱ) ১৯৫২ চনৰ এচিমিলেচন এক্ট অনুসৰি নিষ্পত্তি কৰা হৈছিল। অসমীয়া কব নোৱাৰা জন জাতীয় লোকো টিৰাপ হস্তান্তৰিত এলেকাত আছিল আৰু বিশেষকৈ চিংফৌ, চেমা নগা আৰু অন্যান্য নগা ফৈদৰ বহুতো তিৰোতাই অসমীয়া ভাষা কব নোৱাৰিছিল। সেয়ে সহকাৰী ৰাজনৈতিক বিষয়াৰ কাৰ্য্যালয়ত ৩ জন বেলেগ বেলেগ দোৱান জনা দোভাষী আছিল। বহুত সময়ত এনে দোভাষীৰ জৰিয়তেও গোচৰ শুনিব আৰু নিষ্পত্তি কৰিব লগা হৈছিল। এই দুই বিধি মতে কেনেকুৱা ধৰণৰ গোচৰ বিচাৰ কৰা হৈছে তাৰো তেখেতে বুজ ল'লে। অন্তত তেখেতে কলে, "তোমাৰ কটলৈ আৰু নাযাওঁ— মই আগতে দেখিছো। কোনোবা এজনক পঠিয়াই সকলোবোৰ "কেচ-ৰেকৰ্ড" আৰু ষ্টেটমেণ্টসমূহ ডাক বঙলালৈকে লৈ আনা"। ডাক বঙলাৰ পৰা কাৰ্য্যালয় বেচি দূৰ নহয়। হেড ক্লাৰ্কক পঠিয়াই সকলোবোৰ নথিপত্ৰ অনালো। মুখ্য ন্যায়াধীশে কুৰিটা মান নথি এফলীয়া কৰি নিজে চাবলৈ ধৰিলে আৰু বাকী কেটা ডিব্ৰুগড়ৰ অতিৰিক্ত জিলা আৰু চেচন জজক চাবলৈ দিলে। ইতিমধ্যে মুখ্য ন্যায়াধীশৰ কন্যাই "কেচ"ৰ কথা শুনি শুনি সম্ভৱ আমনি পাই মাৰ্ঘেৰিটাৰ বজাৰ খন চাই আহিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। সেইদিনা হাটবাৰ আছিল। নিশ্চয় ডাক বঙলালৈ অহা পথত মাৰ্ঘেৰিটাৰ ৰেল তথা অন্যান্য যান বাহন অহা দলংখনৰ ওচৰত বজাৰ বহা দেখিছিল। মুখ্য ন্যায়াধীশে ইফালে সিফালে চোৱাত মই আমাৰ চৰকাৰী জীপ গাড়ী খনতে চাই আহিব পাৰিব বুলি ক'লো আৰু লগতে ড্ৰাইভাৰক প্ৰথমে আমাৰ ঘৰলৈ গৈ মোৰ পৰিয়ালকো লগত লবলৈ কলো।

কিছু সময় পাচত নথি চোৱা শেষ হ'ল। দক্ষিণ ভাৰতীয় সহায়ক জনক মুখ্য ন্যায়াধীশে পৰিদৰ্শন টোকা শ্ৰুতলিপি দিবলৈ আৰম্ভ কৰিছে। মই উঠিব খোজাত তেখেতে মোক বহিবলৈ কৈ মোৰ সন্মুখতেই শ্ৰুতলিপি দিয়া শেষ কৰিলে। আশ্বস্ত হ'লো যে পৰিদৰ্শন টোকাত ভালেই লিখিছে।

তেতিয়া দুপৰীয়া প্ৰায় বাৰটামান বাজিছে। খোৱা-বোৱাৰ বন্দবস্ত চোৱাৰ অজুহাতত কোঠাৰ পৰা ওলাই বাহিৰত চিগাৰেট এটা হুপিছো। অলপ পাচত দূৰত আমাৰ জীপ গাড়ীখন দেখি চকিদাৰক ভাত দিবলৈ কৈ পুনৰ মুখ্য ন্যায়াধীশ বহি থকা কোঠাত সোমালো। এনেতে তেখেতৰ কন্যা আৰু মোৰ পৰিয়াল কোঠাত সোমাল। মুখ্য ন্যায়াধীশে মোৰ পৰিয়ালক দেখি নাম কাঢ়ি শুধিলে, "তই হঠাতে ক'ৰ পৰা ওলালি?" কথাত কথা ওলাল, পাচতহে

জানিলো যে মুখ্য ন্যায়াধীশৰ কন্যা আৰু মোৰ পৰিবাৰ সহপাঠী। মুখ্য ন্যায়াধীশেই মোৰ পৰিবাৰকো একে লগে ভাত খাবলৈ জোৰ কৰিলে।

খোৱা বোৱাৰ পাচত মুখ্য ন্যায়াধীশে জিৰণি লৈছে। মই অতিৰিক্ত জিলা আৰু চেচন জজৰ লগত বাহিৰৰ বাৰান্দাত কথা পাতি আছো। কিছু সময় পাচত তেখেতে খোৱাৰ পইচা কিমান হ'ল বুলি শুধি জেপৰ পৰা বেগটো উলিয়ালে। মই বিমোৰত পৰিলো। ক'লো, মই আৰু মোৰ পৰিবাৰ আমি দুজনেও আপোনালোকৰ লগত খাইছো। আমি দুজনৰ খৰচ বাদ দিলে আপোনালোকে প্ৰায় ৩৫্ টকা মান দিব লাগে। কিন্তু যিহেতু আমিও খাইছো— পইচাখিনি বাৰু নিদিলে নহয় নে?" শ্ৰীযুত ৰহমানে একো নকলে।

মুখ্য ন্যায়াধীশ যাবৰ সময় হ'ল। যোৱাৰ আগে আগে মোক একাষৰীয়াকৈ মাতি আনি ক'লে "তুমি খোৱাৰ খৰচ লোৱা নাই কিয়? মই তোমাতকৈ দৰমহা বেচি পাওঁ। মহেই বাৰু তোমালোকক এসাজ ভাত খুৱালো, কিবা আপত্তি আছেনে?" তলমুৰ কৰি ৰ'লো। শ্ৰীযুত ৰহমানে তেখেতৰ সমুখতেই আটাই কেইজনৰে খোৱা খৰচ দিলে। ললো।

* * *

কেইমাহমান পাচৰ কথা। চৰকাৰৰ পৰা খবৰ আহিল যে এজন মন্ত্ৰীয়ে ডিগবৈ মাৰ্ঘেৰিটা আৰু লিডু অঞ্চল ভ্ৰমণ কৰিব আৰু দুপৰীয়া মাৰ্ঘেৰিটাতে খোৱা-বোৱা কৰিব। যোগাৰ কৰিলো। মাৰ্ঘেৰিটা ডাক বঙলাত "কেটাৰিং"ৰ বন্দবস্ত নাই। কাৰ্য্যালয়ৰ স্থায়ী আগধন (পাৰমানেণ্ট এডভান্স)ৰ টকা খৰচ কৰি চাউল-দাইল আদি কিনা হয় আৰু চকীদাৰেই প্ৰয়োজন মতে ৰান্ধি দিয়ে। খোৱাৰ দাম পালে সেই টকাৰে আগধন পুনৰুদ্ধাৰ (ৰিকুপ) কৰা হয়।

মন্ত্ৰী নিৰ্দিষ্ট দিনা পুৱাই ডিব্ৰুগড়ৰ পৰা ডিগবৈ পালেহি। মই তাতেই মন্ত্ৰীক লগ ধৰিলো। ডিগবৈ, মাৰ্ঘেৰিটা লিডু অঞ্চল ঘূৰি ঘূৰি দুপৰীয়া ২ মান বজাত মাৰ্ঘেৰিটা ডাক বঙলা পালো। মন্ত্ৰীক ভাত খাবলৈ যোগাৰ দি দেৰ ঘণ্টামান পাচত পুনৰ তেখেতক লগ পামহি বুলি ঘৰ পালোহি। লৰালৰিকৈ গাটো ধুই ভাত খাই আকৌ ডাক বঙলা পালোহি। চকিদাৰে কলে যে খোৱা-খৰচৰ হিচাবটো সি মন্ত্ৰীজনৰ পি,এক দিছিল, কিন্তু পি,এ টকাটো দিয়া নাই। ইতিমধ্যে মন্ত্ৰী যাবলৈ সাজু। মন্ত্ৰীৰ সমুখতে পি,এক বিলখনৰ কথা শুধিলো। বিলৰ সংখ্যা এতিয়াও মোৰ মনত আছে। ২২

টকা ২০ পইচা। হাতত টকা কম আছে— শিলঙৰ পৰাই পঠাই দিব বুলি কৈ পি,এ আৰু মন্ত্ৰী দুয়ো গাড়ীত উঠিল।

এমাহ গ'ল, দুমাহ গ'ল, টকা হলে নাহিল। তাৰ পাচত অকল পি,এ ই নহয় মন্ত্ৰীৰ নিজৰ নামত আৰু চৰকাৰকো চিঠি দিয়া হ'ল। হেডক্লাৰ্কে ক'লে যে টকা পোৱা টান হব, আমিয়েই টকাটো দি একাউন্টচ্ মিলাই থোৱাহে উচিত হব। এইবাৰো হেডক্লাৰ্কৰ কথাত মান্তি নহলো। "অডিট"ক বিষয়টো আঙুলিয়াইও দিয়া হ'ল। এই জনা মন্ত্ৰীয়ে ভ্ৰমণ কৰি যোৱাৰ পাচত মই প্ৰায় দুবছৰ কাল মাৰ্ঘেৰিটাত আছিলো। মই থকা সময়ত টকা নাহিল। বোধহয় পিচত হেডক্লাৰ্কে কোৱা মতে সকলোৱে চান্দা তুলি হিচাব মিলালে। এই বাৰো হেডক্লাৰ্কৰ কথাই ৰ'ল।

[কাহিনীটো একে নামেৰেই দৈনিক অসম বাতৰি কাকতৰ ১৯৯২ চনৰ ৯ ফেব্ৰুৱাৰী তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# ৰজাই ভাল পায় যাক

মই শিক্ষা বিভাগত কাম কৰা সময়ত পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন নিগম, প্ৰকাশন পৰিষদ আদি বাদ দিও সক-বৰ ৯ টা সঞ্চালকালয় শিক্ষা বিভাগৰ অধীনত আছিল। সাংস্কৃতিক বিভাগ আৰু ক্ৰীড়া আৰু যুৱকল্যাণ বিভাগ সুকীয়া বিভাগ হিচাবে পৰিগণিত হলেও এই দুটা বিভাগ আগতে শিক্ষা বিভাগৰ লগত আছিল সেয়ে শিক্ষা বিভাগৰ সচিবেই সেই দুই বিভাগৰো দায়িত্বত আছিল।

পৃথিৱীত বোধহয় এনে লোক কমেইহে আছে যি প্ৰত্যক্ষ বা পৰোক্ষভাবে শিক্ষা বিভাগৰ লগত জড়িত নহয়। কোনোবাই হয়তো নিজেই বা কাৰোবাৰ হয়তো পৰিয়ালৰে কোনো লোকে এই বিভাগত বা বিভাগৰ কোনো সঞ্চালকালয়ত অথবা স্কুল কলেজ ইত্যাদিত কাম কৰে, কোনোবাই বা নিজেই স্কুল কলেজত পঢ়ে অথবা কাৰোবাৰ হয়তো লৰা-ছোৱালী বা পৰিয়ালৰ আন কোনো লোকে স্কুল-কলেজত পঢ়াই। গতিকে, শিক্ষা বিভাগৰ কাম-কাজ আন বহুতো বিভাগৰ কাম-কাজতকৈ যে তুলনামূলক ভাবে বেচি সেয়েই নহয়, এই বিভাগৰ ওপৰত চাৰিওফালৰ পৰা বিভিন্ন ধৰণৰ হেচাঁও বেচি। পাত্ৰ-মন্ত্ৰীৰ ফা-ফৰমাইশটো আছেই। চৰকাৰৰ সকলো বিভাগৰ ক্ষেত্ৰতে এজনকৈ আৰু কেতিয়াবা দুজন মন্ত্ৰী থাকে বুলি জানো, কিন্তু শিক্ষা বিভাগত সোমাইয়েই দেখিলো— অন্য বিভাগৰো বহুত মন্ত্ৰী যেন শিক্ষা বিভাগৰো মন্ত্ৰী। বিভাগীয় মন্ত্ৰীতকৈও বেচি এই সকল মন্ত্ৰীয়েহে লগ পাবলৈ প্ৰায়েই মাতি পঠিয়াইছিল। যিটো কথা টেলিফোনতে কব বা সুধিব পাৰি সেই কথাৰ বাবেও ব্যক্তিগত ভাবে লগ ধৰিবলৈ মতাত দিনটোৰ বহু সময় সচিবালয় আৰু জনতা ভৱনৰ মাজত মাকোমাৰোতেই গৈছিল।

টেলিফোনত বিষয়বস্তু ব্যক্ত নকৰাৰ অৱশ্যে কাৰণো নথকা নহয়। প্ৰাৰ্থী বা প্ৰাৰ্থীৰ পৰিয়ালৰ লোকৰ সন্মুখত বিষয়াক হুকুম দিব পাৰিলে বহুতে ভেনে প্ৰাৰ্থী বা প্ৰাৰ্থীৰ পৰিয়ালৰ লোকৰ আগত নিজৰ মৰ্যাদা আৰু উন্নীত হোৱা বুলি ভাবে। মন্ত্ৰীয়ে কোনৰ পাচত প্ৰাৰ্থী বা প্ৰাৰ্থীৰ পৰিয়ালৰ লোকেও বহুসময়ত ন্যায় অন্যায় বিচাৰ নকৰি কামটো হোৱা

বুলিয়েই ধৰি লয় আৰু বিষয়াজনৰ দুৰ্বিসহ কৰি তোলে। বহুতে আকৌ বিষয় বস্তু অতি ব্যক্তিগত হোৱা হেতুকেও টেলিফোনত কবলৈ দ্বিধা বোধ কৰে। এনেবোৰ বিষয়ৰ ভিতৰত আপোনজনক "ইণ্টাৰমিডিয়েট"স্কেলৰ পৰা "গ্ৰেজুৱেট" স্কেললৈ নিয়া, পদ সহ দূৰৰ স্কুল এখনৰ পৰা ঘৰৰ কাষৰ স্কুললৈ বদলি কৰা, দুই-তিনি জনক চেৰাই প্ৰমোচন দিয়া, বান-বিদ্ধস্ত নহলেও কোনো স্কুলক তেনে পুঁজিৰ পৰা অনুদান দিয়া, কোনো স্কুলত ভালেদিন পাচত শিক্ষক হিচাবে যোগদান কৰিলেও তেনে কোনো কোনো শিক্ষকক "ফাউন্দাৰ" শিক্ষক বুলি ঘোষণা কৰা ইত্যাদি ইত্যাদি। কোৱা বাহুল্য যে এনেবোৰ নিৰ্দ্দেশ বা অনুৰোধ শতকৰা নবৈ ভাগেই কৰিব নোৱাৰা কাম। পিচলৈ অন্য বিভাগৰ দুই-এক মন্ত্ৰীয়ে মাতিলে বিষয় কি হ্ব বুজা হলো।

শিক্ষা বিভাগৰে অন্তৰ্গত এটা সঞ্চালকালয়ত এবাৰ এটা চাকৰি খালি হৈছিল। চাকৰি কিছু উচ্চ খাপৰ, অৰ্হতা নূন্যতম এম,এ পাচ হ্ব লাগে। অসম লোক সেৱা আয়োগক বিষয়টো জনোৱা হ'ল। আয়োগেও যথাবিধি বিজ্ঞাপন দি আৰু সাক্ষাৎকাৰ গ্ৰহণ কৰি যোগ্যতা অনুসৰি দুজন প্ৰাৰ্থীৰ নাম দি এখন তালিকা পঠালে। পদটো যথাসময়ত তালিকাত নাম থকা প্ৰথমজন ব্যক্তিৰে পূৰণ কৰা হ'ল। এই নিযুক্তিৰ কেই মাহমানৰ ভিতৰতে সেই একে সঞ্চালকালয়তে এনে আৰু এটা পদ সৃষ্টিৰ বাবে মঞ্জুৰী পোৱা গ'ল। পদটো পূৰণ কৰিবৰ বাবে সঞ্চালকে চিৰাচৰিত প্ৰথামতে খচৰা বিজ্ঞাপন সহ এটা প্ৰস্তাব পঠিয়ালে। যিহেতু অসম লোক সেৱা আয়োগৰ যোগে পদটো পূৰণ কৰাত কিছু পলম হোৱা স্বাভাবিক সেয়ে তেওঁ পদটো প্ৰথমতে তদৰ্থ ভিত্তিত পূৰণ কৰিবলৈও প্ৰস্তাবটোত অনুৰোধ জনালে। প্ৰস্তাবটো পৰীক্ষা কৰোতে দেখা গ'ল যে পদটোৰ বাবে নিম্নতম শিক্ষাগত অৰ্হতা বি,এ পাচ বুলি কোৱা হৈছে। একে পদ, একে বেতন নিৰিখ অথচ কেইমাহমান আগতে পূৰ্ণ কৰা পদটোৰ নিম্নতম অৰ্হতা এম,এ পাচ বুলি কোৱা হৈছিল আৰু এইবাৰ বি,এ পাচ হ্ব লাগে বুলি কোৱা হৈছে। সন্দেহ হ'ল। সঞ্চালকৰ প্ৰস্তাবটো অসম লোক সেৱা আয়োগলৈ নোচোৱাকৈ পঠোৱা হ'লে তেওঁলোকে বাৰু কি বুলি ভাবিলেহেঁতেন? সঞ্চালকক মাতি পঠালো আৰু এনেদৰে প্ৰস্তাব পঠোৱা বাবে তিৰস্কাৰ কৰিলো। পাচত তেওঁৰো বক্তব্য শুনিলো— শুনি চিন্তিত হ'লো, খঙো উঠিল। সঞ্চালকে কলে যে পদটো মঞ্জুৰী হোৱাৰ পৰাই দুজন বিধায়কে, তেওঁৰে সঞ্চালকালয়ত কাম কৰা এজন কৰ্ম্মচাৰীক সেই পদটো দিব লাগে বুলি ব্যতিব্যস্ত কৰি

তুলিছে। এই কৰ্ম্মচাৰীজনৰ শিক্ষাগত অৰ্হতা স্নাতক, সেয়েহে ধিকপায় হৈ তেওঁ পদটোৰ নিম্নতম অৰ্হতা বি,এ পাচ হ'ব লাগে বুলি লিখিছে। ততালিকে কৰ্ম্মচাৰীজনেৰে পদটো পূৰণ কৰিবই লাগে বাবে তেওঁ তদৰ্থ ভিত্তিত পদটো পূৰণৰ প্ৰস্তাব দিছে।

খচৰা বিজ্ঞাপন শুদ্ধ কৰি নিম্নতম অৰ্হতা এম,এ পাচ হ'ব লাগে বুলি লিখি পদটো পূৰণৰ বাবে ব্যৱস্থা লবলৈ অসম লোক সেৱা আয়োগলৈ অনুৰোধ জনালো। যিহেতু লোক সেৱা আয়োগক কোনো পদ পূৰণৰ বাবে ব্যৱস্থা লবলৈ কোৱাৰ পাচত সাধাৰণতে সেই পদত তদৰ্থ ভিত্তিত নিযুক্তি দিয়া নহয় সেয়ে সঞ্চালকৰ তদৰ্থ ভিত্তিত পদ পূৰণৰ প্ৰস্তাব নামঞ্জুৰ কৰা হ'ল।

উপৰোক্ত আলোচনাৰ দুই কি তিনিদিনমান পাচতেই এদিন বৰ জৰুৰীকৈ অন্য এক বিভাগৰ এজন মন্ত্ৰীয়ে মোক মাতি পঠিয়ালে। বিষয় ইমানেই জৰুৰী যে টেলিফোনত মাতি পঠিওৱাৰ অলপ পাচতেই মন্ত্ৰীৰ ব্যক্তিগত সচিবো আহি মোৰ কোঠাত উপস্থিত হ'লহি। কাম-কাজ এৰি জনতা ভৱন বুলি খোজ ললো।

মন্ত্ৰীৰ কোঠাত সোমাই দেখিলো যে মন্ত্ৰীয়ে এজন বিধায়কৰ লগত কথা পাতি আছে। কোঠাত অন্য লোক নাই। মোক বহিবলৈ দি মন্ত্ৰীয়ে বিধায়কজনক বিষয়টো কবলৈ ক'লে। বুজিলো— বিধায়ক জনেই মন্ত্ৰীৰ হতুৱাই মোক মন্ত্ৰীৰ কোঠালৈ মাতি আনিছে। বিষয় নিশ্চয় গুৰুত্বপূৰ্ণ, নহলে গতানুগতিক কামৰ বাবে সাধাৰণতে বিধায়কে বিষয়াৰ কোঠালৈ যোৱাটো সন্মান হানিকৰ বুলি নাভাবে।

বিধায়ক জনে মুখ মেলোতেই গৰ্ভ দেখা পালো। সঞ্চালকে উল্লেখ কৰা বিষয়াজনক নতুনকৈ মঞ্জুৰী পোৱা পদত তদৰ্থ ভিত্তিত মকৰল কৰিব লাগে। বিষয়টো ব্যাখ্যা কৰি স্নাতক কৰ্ম্মচাৰী এজনক এই পদ কোনো ৰকমে দিব নোৱাৰি বুলি কোৱাতো বিধায়ক জনে "কিবা' কৰি পদটো কৰ্ম্মচাৰীজনক দিব লাগে বুলি আকোঁৰ গোঁজা হৈ লাগি থকাত বাধ্য হৈ ক'লো যে এনে কাম কৰা সম্ভৱ নহ'ব। মন্ত্ৰী গৰাকী ইমান সময়ে মনে মনে বহি আমাৰ কথা শুনি আছিল। হঠাতে মোক সুধিলে যে তেখেতে বা বিভাগীয় মন্ত্ৰীয়ে যদি লিখিত ভাবে নিৰ্দেশ দিয়ে তেন্তে সেই পদ কৰ্মচাৰীজনক দিব পৰা হ'বনে? উত্তৰত কলো যে তেখেতসকলৰ পৰা তেনে বে-আইনী আদেশ মই আশা নকৰো। মন্ত্ৰীগৰাকীয়ে লিখিত আদেশ দিলে সেই আদেশ নিয়ম বৰ্হিভূত আৰু পালন কৰিব পৰা নহ'ব বুলি বিভাগীয় মন্ত্ৰীক জনায়

আৰু বিভাগীয় মন্ত্ৰীয়ে জেনে আদেশ দিলে প্ৰথমতে আপত্তি দৰ্শাম। ইয়াৰ পিচতে নিজৰ কোঠালৈ উভতিলো। মনটো ভাল নালাগিল।

ঘূৰি আহি অসম লোক সেৱা আয়োগৰ সচিবলৈ এখন চিঠি লিখিলো। লিখিলো যে যিহেতু আগৰটো পদৰ বাবে পোৱা আয়োগৰ তালিকাৰ ম্যাদ এতিয়াও উকলি যোৱা নাই, সেয়ে সেই তালিকাত নাম থকা দ্বিতীয়জন ব্যক্তিৰে বৰ্ত্তমানৰ পদটো পূৰণ কৰিব নোৱাৰিনে?

কিছুদিন পাচত আয়োগৰ পৰা সন্মতি সূচক উত্তৰ পোৱা হ'ল। তালিকাত থকা দ্বিতীয় ব্যক্তিজনক নতুন পদটোত নিযুক্তি দিবলৈ অনুমতি বিচাৰি যথা সময়ত নথী বিভাগীয় মন্ত্ৰীলৈ পঠোৱা হ'ল।

এই নথী ঘূৰি অহাৰ আগেয়ে অন্য এটা বিভাগলৈ বদলিৰ হুকুম পালো। অবসৰ লবলৈ মোৰ তেতিয়া প্ৰায় তিনি মাহ বাকী আছিল।

প্ৰাক্-স্বাধীনতা কালৰ কৰিমগঞ্জ মহকুমাৰ ভাৰতীয় আই,চি,এচ মহকুমাধিপতি এজনৰ বিলাইৰ কথা মনত পৰিল। উকীল ললিত বাবুৰ (স্বৰ্গীয় ললিত চন্দ্ৰ ভট্টাচাৰ্য্য) পৰা কৰিমগঞ্জত চাকৰি কৰি থকা কালত শুনা। এবাৰ চাহ বাগান এখন পৰিদৰ্শন কৰিবলৈ যাওঁতে বাগানৰ কল ঘৰৰ সমুখত চাহ বনুৱা এজনক বাগানৰ এজন ডেকা এচিষ্টেণ্ট মেনেজাৰে হাণ্টাৰেৰে কোবাই থকা দেখি মহকুমাধিপতিয়ে বাগান পৰিদৰ্শন নকৰি সদৰলৈ উভটি আহি সেই এচিষ্টেণ্ট মেনেজাৰ জনক "চমন" কৰে। নিৰ্দিষ্ট দিনত কিন্তু সেই এচিষ্টেণ্ট মেনেজাৰ মহকুমাধিপতিৰ আদালতত হাজিৰ নহল। তেওঁৰ উকীলে কলে যে এচিষ্টেণ্ট মেনেজাৰ জন বৃটিছ নাগৰিক, তেওঁ ভাৰতীয় আদালতৰ আওতাৰ বাহিৰত। মহকুমাধিপতিৰ বোধহয় তেতিয়াও বনুৱাজনক হাণ্টাৰেৰে প্ৰহাৰ কৰা দৃশ্য চকুৰ আগত ভাহি আছিল। আন এটা তাৰিখ ধাৰ্য্য কৰি তেওঁ গোচৰৰ হুকুম-নামাত লিখিলে, "আচামীয়ে প্ৰমাণ কৰক যে আচামী বৃটিছ নাগৰিক।"

কিন্তু সেই ধাৰ্য্য কৰা তাৰিখলৈ মহকুমাধিপতি কৰিমগঞ্জত নাথাকিল। সেই তাৰিখৰ আগেয়েই তেওঁক টেলিগ্ৰাম যোগে বদলি কৰা হ'ল। সেই সহকাৰী মেনেজাৰ জনক কৰিমগঞ্জত দেখাৰ সৌভাগ্য মোৰো হৈছিল। তেওঁ তেতিয়া এটা ডাঙৰ চাহ বাগান গোষ্ঠীৰ কৰ্মকৰ্ত্তা সকলৰ এজন।

[কাহিনীটো একে নামেৰেই, দৈনিক অসম বাতৰি কাকতৰ ১৯৯২ চনৰ ১৬ ফেব্ৰুৱাৰী তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# সংঘাত

## (১)

তেতিয়া চাকৰিত সোমোৱা মোৰ প্ৰায় এবছৰ মানহে হৈছে। ডিব্ৰুগড়ত কাম কৰো। এদিন খুড়াৰ পৰা এখন চিঠি পালো। লিখিছে, সৰু ভনীজনীৰ অসুখ। খুড়াৰ ছাত্ৰ কালৰে চিনাকি ডিব্ৰুগড় মেডিকেল কলেজৰ ডাক্তৰ এজনৰ নাম উল্লেখ কৰি মোক যেনে তেনে তেওঁক লগ ধৰিবলৈ কৈছে। মই ডিব্ৰুগড়ত থকা ঘৰটোত তাইক ৰাখিলে চিকিৎসাৰ সুবিধা হবনে মেডিকেল কলেজ হাস্পাটালত ৰাখিলে সুবিধা হব আৰু যদি হাস্পাটালতে ৰাখিব লাগে তেন্তে চিট ইত্যাদি যোগাৰ কৰিবলৈও লিখিছে। মোলৈ পঠোৱা চিঠিখনৰ লগতে খুড়াই তেওঁ উল্লেখকৰা ডাক্তৰ জনলৈও বেলেগ এখন চিঠি দিছে। খুড়া শিক্ষক। বহু কষ্টৰ মাজেৰে উঠিছে, সংসাৰ চলাইছে আৰু আমাকো সকৰে পৰা পঢ়া শুনাৰে পৰা আৰম্ভ কৰি ডাঙৰ দীঘল কৰিছে। তেওঁ সহজে বিচলিত হোৱা লোক নহয়, কিন্তু চিঠিখন পঢ়ি বুজিলো তেওঁ কিছু অস্থিৰ হৈছে।

চিঠিখন দিনৰ এঘাৰ মান বজাত অফিচতে পালো। দেৰী নকৰি বন্ধু শ্ৰীমহেন্দ্ৰ অধিকাৰীক লগত লৈ মেডিকেল কলেজ পালোগৈ। শ্ৰী অধিকাৰী তেতিয়া ডিব্ৰুগড়ত উপ-প্ৰতি সমাহৰ্ত্তা আৰু আমি দুয়ো একেটা ঘৰতে থাকো। শুধি-পুচি ডাক্তৰ জনৰ ঘৰ উলিয়ালো। নাম ফলক খন চাই ডাক্তৰ ঘৰত থকাৰ ইঙ্গিত পালো। ডাক্তৰক লগ পাবলৈ অহা আন কোনো লোক অৱশ্যে তাত নেদেখিলো। বেলটো বজাওতে লগুৱা এজন ওলাই আহিল। নামটো কাগজ এখন লিখি তাৰ হাতত দি ডাক্তৰক লগ পাম বুলি কলো। বন্ধু অধিকাৰী আৰু মই আমি দুয়ো আগফালৰ সৰু বাৰান্দাখন ইফাল সিফাল কৰি আছো— ডাক্তৰ ওলাই নাহে হে নাহে। আধাঘণ্টা মানৰ মুৰত ডাক্তৰ ওলাই আহিল। খুড়াই দিয়া চিঠিখন তেখেতক দিলো। চিঠিখন চাই তেওঁ বেমাৰী হস্পিটালত ৰাখিম নে মই থকা ঘৰত ৰাখিম শুধিলে। "আপুনি য'ত ৰাখিলে চিকিৎসাৰ সুবিধা হব বুলি ভাবে তাতেই ৰাখিম। মই থকা

ঘৰটো খলিহামাৰীত, তাত ৰখাটো মোৰ কোনো অসুবিধা নহয়" বুলি কোৱাত ডাক্তৰে হঠাতে মোক কৈ উঠিল "ঘৰত গৈ চালে টকা বেচি খৰচ কৰিব লাগিব, হস্পিটালত কম খৰচতে হব।" কথাষাৰ শুনি ক্ষুণ্ণ হ'লো। কলো, "প্ৰথমেই টকাৰ কথা আপুনি কিয় কৈছে? ক'ত থলে চিকিৎসাৰ সুবিধা হব মই সেই কথাহে আপোনাৰ পৰা জানিব খুজিছো।" মই তেনেদৰে কোৱাত ডাক্তৰে মোক "তেন্তে বেমাৰী হস্পিটালতে থোৱা" বুলি উচাট্ মাৰি ভিতৰ সোমাল।



আমাৰ তেতিয়া খঙে মুৰৰ চুলি পাইছেগৈ। ভাবিলো কি অভদ্ৰ মানুহ। কোবাকোবিকৈ আহি ওচৰতে থকা প্ৰিন্সিপাল কৈপ্তেইন হেম বৰুৱাৰ ঘৰ পালোহি। তেখেতক আগতে যোৰহাটতে অ'ত ত'ত দুই এবাৰ লগ পাইছো, সামান্য জনা শুনা আছে। তেখেতক সকলো কথা কলো। স্লিপ এখন লিখি দি হস্পিটালৰ বিৰয়া এজনক লগ ধৰিবলৈ ক'লে। ক'লে, "মই এটা চিটৰ বাবে লিখি দিছো। পাৰিলে কাইলৈকে ছোৱালীজনীক হস্পিটালত ভৰ্ত্তি কৰিবা।"

প্ৰিন্সিপালৰ ঘৰৰ পৰা কলেজ হস্পাটালৰ ফাললৈ আহোঁতে ডাক্তৰ কদ্ৰ গোস্বামীক লগ পালো। তেখেতক ভালদৰে জানো। কথাখিনি তেখেতকো কলো। হাঁহি হাঁহি কলে, "এঃ, এইবোৰ পাছৰি বোৱাহে। ছোৱালীজনীক

সোনকালে লৈ আনা, মৱো চাম।”

পিচদিনা সন্ধিয়া বেমাৰী মেডিকেল কলেজত ভৰ্ত্তি কৰোৱা হ'ল। মাকো লগতে আছে। আমিও দৈনিক অহা যোৱা কৰি আছো। ড° গোস্বামীয়েও তাইক চোৱা চিতা কৰিছে কিন্তু প্ৰথমে লগ পোৱা ডাক্তৰ [illegible] আনকি এবাৰো খবৰেই কৰা নাই। এনেদৰে ৭/৮ দিন হস্পিটালত চিকিৎসাধীন হৈ থকাৰ পাচত তাই ঢুকাল।

(২)

কেই বছৰমান পাচৰ কথা। মই তেতিয়া মাঘেৰিটাত টিৰাপ হস্তান্তৰিত এলেকাৰ সহকাৰী ৰাজনৈতিক বিষয়া। এদিন অফিচত কাম কৰি থকা অৱস্থাত ঘৰৰ কাম কৰা ল'ৰাটোৱে দুশৰীয়া খবৰ দিলেহি যে দুজন আলহী ঘৰলৈ আহিছে। মই থকা ঘৰটো অফিচৰ নিচেই কাষতে। ঘৰলৈ গৈ দেখিলো যে আলহী দুজনৰ এজন মোৰ দূৰ সম্পৰ্কীয় আত্মীয়। ডিব্ৰুগড়ত কাম কৰে— চৰকাৰী বিষয়া। আনজন তাহানি লগ পোৱা ডিব্ৰুগড় মেডিকেল কলেজৰ ডাক্তৰজন— ভনীজনীৰ চিকিৎসাৰ কথা শুখিবলৈ যাব ধৰলৈ এদিন মই গৈছিলো। দুয়ো দুশৰীয়া খোৱা-বোৱা কৰা নাই শুনি পৰিয়াৰে মই অহাৰ আগতেই তেওঁলোকৰ বাবে ভাতৰ যোগাৰ কৰিছেই। অলপ পৰ কথা পাতি তেখেত সকলক ভাত পানী খাবলৈ কৈ পুনৰ আহিম বুলি অফিচলৈ আহিলো।

পিচৰ বাৰ ঘৰলৈ আহোঁতে দেখিলো তেখেত সকলে খাই বৈ উঠিছে। কথা বতৰাৰ মাজতে ডাক্তৰ জনে ক'লে যে তেখেতে এটা ঘৰ বান্ধিবলৈ আৰম্ভ কৰিছে। ঘৰটোত চিলিং আৰু অন্যান্য কিছু কামৰ বাবে “ডেকৰেটিভ” প্লাইউড ব্যৱহাৰ কৰিবৰ ইচ্ছা। মাঘেৰিটাৰ আসাম ৰেলওৱেজ এণ্ড ট্ৰেডিং কোম্পানীৰ মিলৰ প্লাইউড তেখেতে ভাল বুলি শুনিছে আৰু শুনিছে যে এই মিলৰ চুপাৰিনটেণ্ডেণ্ট ড° আয়াৰৰ লগত হেনো মোৰ ভাল। সেয়ে মই যদি এক আধাৰ কওঁ তেন্তে হয়তো “ৰিজেক্টেড” প্লাইউডৰ মূল্যতে তেখেতে লাগতীয়াল প্লাইউড কিনি পাব পাৰে।

মানুহ যে ইমান তললৈ নামিব পাৰে ভাবিবই পৰা নাছিলো। খুড়াৰ লগত চিনাকীৰ কথা নকওঁৱেই, কিজন ডাক্তৰে তেওঁ চিকিৎসা কৰিলে তেওঁক টকা দিবৰ সামৰ্থ মোৰ আছেনে নাই জানিব বিচাৰিছিল তেওঁ আজি ভাল “ডেকৰেটিভ” প্লাইউড “ৰিজেক্টেড” প্লাইউডৰ দামত বিচাৰি মোৰ ওচৰ চাপিছেহি। তেওঁৰ হৈ কৰলৈ যোৱা মানে মোৰতো সন্মান গলেই,

ড° আয়াৰেও মোৰ কথা মতে কাম কৰিবলৈ যোৱা মানে কোম্পানীক প্ৰবঞ্চনা কৰা হ'ব।

অলপ বঢ়াইয়েই কলো, "ড° আয়াৰক প্লাইউড খিনি দিবলৈ অনুৰোধ কৰিলে "ৰিজেকটেড্" প্লাইউডৰ দামত কিয়, হয়তো এনেয়ে দিব। কিন্তু এই সম্পৰ্কে মই তেওঁক একো কব নোৱাৰিম। সকলোৰে ঘৰৰ চিলিং বা অন্যান্য কাঠৰ কাম "ডেকৰেটিভ্" প্লাইউডেৰে হয়নে? টকা থাকিলে উচিত মূল্য দি বস্তু কিনি লব লাগে, নাথাকিলে এনেবোৰ বস্তুৰ বাবে মন মেলিব নালাগে।" সম্পৰ্কীয় মানুহজনক আৰু টানকৈয়েই কলো "এনেবোৰ অনুৰোধৰ বাবে এখেতক (অৰ্থাৎ ডাক্তৰক) অনাত লাজ পাইছো। এখেতে জানক নাজানক আপুনিতো মোক জানে। এনেবোৰ কথালৈ কোনোবা আহেনে?"

কাম কৰা লৰাটো আহি মোক ভিতৰলৈ মাতিছে বুলি ক'লে। পৰিবাৰে ভিতৰত ক'লে যে যি হ'ল হ'ল, মই যেন তেওঁলোকক আৰু বেয়াকৈ নকওঁ। ঘূৰি আহি দেখো তেখেত সকল যাবলৈ উঠিছে। ইতিমধ্যে পৰিবাৰেও মোৰ লগে লগে দুকাপ চাহ লৈ আহিল। দুয়ো ঠিয়ই ঠিয়ই দুঘোট চাহ খাই বিদায় ললে।

## (৩)

মাৰ্ঘেৰিটাত থকা সময়তে মোৰ প্ৰথম লৰাটোৰ এবাৰ জ্বৰ হৈ নেৰা হ'ল। বয়স তেতিয়া তাৰ ৮/৯ মাহ মানহে হ'ব। মাৰ্ঘেৰিটা চিভিল হস্পিটালৰ ডাক্তৰ শ্ৰী শেনচোৱা মোৰ ঘৰৰ কাষতে থাকে। বয়সস্থ মানুহ। তথাপিও নিতৌ পুৱা-গধূলি খবৰ কৰি আছে। কিন্তু জ্বৰ আৰু নকমে। এনেদৰে বেচি দিন থকা উচিত নহ'ব বুলি ভাবি এদিন পুৱাতে আসাম ৰেলওৱেজ আৰু ট্ৰেডিং কোম্পানীৰ ডাক্তৰ শ্ৰীযুত গোস্বামীক লগ পাবলৈ কোম্পানীৰ সদৰ হস্পিতাল পালোগৈ। ড° গোস্বামী বঙালী ভদ্ৰলোক, ডাক্তৰ হিচাবে তেখেতৰ যেনে নাম আচাৰ ব্যৱহাৰো ঠিক তেনে ধৰণৰ— নম্ৰ আৰু বিনয়ী। তেখেতৰ ঘৰো মোৰ চৰকাৰী ঘৰৰ পৰা বেচি দূৰ নহয়। পুৱাতে হস্পিতাললৈ যায়, সেয়ে ময়ো তেখেতক লগ পাবলৈ হস্পিতাললৈকে গ'লো। সদৰ হস্পিতালো ওচৰতে। ড° গোস্বামীয়ে সকলো কথা শুনি দুপৰীয়া ঘৰলৈ খাবলৈ আহোতে আমাৰ ঘৰত সোমাই ল'ৰাটো চাই যাব বুলি ক'লে।

কথামতে দুপৰীয়া তেখেত আহিল। ল'ৰাটো চালে আৰু বেগৰ পৰা দৰৰ উলিয়াই ল'ৰাটোক খুৱাবৰ বাবে দিলে। তেখেতে তেখেতৰ হস্পিতালৰ চুপাৰিনটেণ্ডেণ্টৰ লগত বেমাৰ সম্পৰ্কে আলোচনা কৰি পুনৰ পিচদিনা পুৱা

আহিব বুলি কৈ গ'লগৈ। অসম ৰেলওৱেজ আৰু ট্ৰেডিং কোম্পানীৰ ডাক্তৰ সকলে যে কোম্পানীৰ বিষয়া অথবা কৰ্মচাৰীৰ ঘৰত ৰোগী নাচন্না তেনে নহয়, কিন্তু তেওঁলোকে প্ৰাইভেট প্ৰেক্টিচ বুলিলে আমি সাধাৰণতে যি অৰ্থত বুজো, তেনে প্ৰাইভেট প্ৰেক্টিচ নকৰে। কোৱা বাহুল্য, মোৰ পৰাও তেখেতে কোনো মাননী নললে।

পিচদিনা আগবেলা দেখো ডঃ গোস্বামী আৰু হস্পিতালৰ চুপাৰিনটেণ্ডেণ্টে— ডঃ বেয়াৰ্ড আমাৰ ঘৰলৈ আহিছে। ডঃ বেয়াৰ্ডক কোম্পানীৰ দুটা এটা অনুষ্ঠানত আগতে লগ পাইছিলো। ঘৰ কানাডাত। পৰিচয়ো সিমানেই। তেখেত আসাম ৰেলওৱেজ এণ্ড ট্ৰেডিং কোম্পানীৰ বিষয়া হলেও ডুমডুমা অঞ্চলৰ প্ৰায় সকলো বোৰ চাহবাগানৰ হস্পিতালৰে ভিজিটিং চিকিৎসক। দুয়ো ল'ৰাটোক বহু সময় ধৰি চালে। ডঃ বেয়াৰ্ডে কোম্পানীৰ হস্পিতালত মোৰ ল'ৰাটো ভৰ্ত্তি কৰাত কিবা আপত্তি আছে নেকি শুধিলে। নাই বুলি কোৱাত কলে যে চিন্তাৰ কোনো কাৰণ নাই, হস্পিতালত ৰাখিলে সময় মতে চোৱা চিতা কৰিবলৈ সুবিধা হ'ব আৰু মাকৰ কষ্টৰো কিছু লাঘৱ হ'ব। সেই দিনাই পিচবেলা কেচুৱাক হস্পিতাললৈ নিয়া হ'ল। লগতে মাকো গ'ল।

আমাক দিয়া ৰুমটো বেচ ডাঙৰ। ইমান সুসজ্জিত ৰুম থকা হস্পিতালত মই আগে সোমোৱাই নাছিলো। এনেকুৱা ৰুম হস্পিতালখনত আৰু দুটা আছে বুলি শুনিলো। পৰিচাৰক বা পৰিচাৰিকাৰ বাবেও বেলেগ বিচনা আছে। মাক তাতেই থাকিব। হস্পিতালত সোমোৱাৰ ঠিক পাচতেই ডঃ বেয়াৰ্ড আহি চাই গৈছেহি।

সন্ধিয়া পৰিবাৰৰ বাবে আহাৰ এটা টিফিন কেৰিয়াৰত ঘৰৰ পৰাই লৈ গৈছো। বাৰান্দাতে ডঃ গোস্বামীক পালো। তেখেতে টিফিন কেৰিয়াৰটো দেখি ক'লে যে খোৱাৰ যোগাৰ ঘৰৰ পৰা আনিব নালাগে। মাকৰ সকলো আহাৰও হস্পিতালেই যোগান ধৰিব। মনে মনে ভয় হ'ল— খোৱা-বোৱা ধৰি হস্পিতালৰ চাৰ্জ কিজানি বহুত হ'ব। চিন্তাৰ কথাও। মোৰ দৰমহা তেতিয়া কিজানি পাচশ মান টকাহে হ'ব।

চাৰি পাচদিন চাওঁতে চাওঁতেই পাৰ হ'ল। ডঃ গোস্বামী আৰু ডঃ বেয়াৰ্ডে তাক নিতৌ দুবেলা চাই আছে। পাঁচ দিন মানৰ পাচত জ্বৰ কমিল। তথাপিও আৰু ৩-৪ দিন তাক হস্পিতালত ৰাখিবলৈ কলে। ৰাখিবলৈ বাধ্য হলো।

মই সদায় হস্পিতাললৈ অহা যোৱা কৰি আছো। এদিন সন্ধিয়া ডঃ

বেয়াৰ্ডে ক'লে যে পিচদিনা আগবেলা মোৰ ল'ৰাক ঘৰলৈ আনিব পাৰিম। তেখেতে আৰু কলে যে তাৰ অলপ 'চেঞ্জৰ' প্ৰয়োজন, কিছুদিন বাহিৰত ৰাখিব পাৰিলে ভাল হয়। ঘৰলৈ উভটিলো। মোৰ নিচিনা চাকৰিয়ালে নো ক'ত ল'ৰা বাহিৰত ৰাখিব পাৰিম, তথাপি তাক গুৱাহাটীতে আইতাকৰ লগত কিছুদিন ৰাখিম বুলি মনতে ঠিক কৰিলো।

পিচদিনা পুৱা হস্পিতাল পালোগৈ। ড° গোস্বামী আছে কিন্তু গম পালো যে ড° বেয়াৰ্ড ডুমডুমাৰ কোনোবা বাগানৰ হস্পিতাললৈ গৈছে। বস্তু-বাহানি যি য'ত আছে সকলোবোৰ চৰকাৰী জীপ গাড়ী খনতে তুলি ললো। মাক আৰু কেচুৱাও উঠিল। ড্ৰাইভাৰ মনাফক গাড়ীখন হস্পিতালৰ গেটৰ বাহিৰত ৰখাবলৈ কৈ ড° গোস্বামীৰ ওচৰলৈ গ'লো। ড° গোস্বামী হস্পিতালৰ অফিচতে আছিল। তেখেতক মই দিবলগীয়া টকা কিমান হৈছে শুধি তেখেতৰ উত্তৰলৈ নবৈ কলো, "মই দিবলগীয়া সকলো টকা একেলগে দিয়াতো মোৰ বাবে হয়তো সম্ভৱ নহ্‌ব, কিস্তি কৰি দিবলৈ দিলে কৃতাৰ্থ মানিম"। ড° গোস্বামী অল্পভাষী। কলে, "আপুনি কি টকা দিব লাগিব মই একো নাজানো, ড° বেয়াৰ্ডে এই বিষয়ে মোক কোনো কথা কোৱা নাই। পিচে পৰেও এই বিষয়ে কথা হ্‌ম। আপোনাৰ পত্নী আৰু কেচুৱাই অপেক্ষা কৰি আছে। আপুনি সোনকালে তেওঁলোকক ঘৰলৈ নিয়াহে উচিত হ্‌ব।"

ঘৰলৈ আহিলো যদিও মনটো কেনেবা কেনেবা লাগিল। পিচদিনা পু পুনৰ হস্পিতাল ওলালোগৈ। ড° বেয়াৰ্ড আছে। দূৰৰ পৰাই দেখিছো। তেওঁ মোক দেখি বাৰাণ্ডাতে অপেক্ষা কৰিছে। হাঁহি হাঁহি শুধিলে, "ল'ৰা কেনে আছে?" কলো যে হাঁহি মাতি আছে, জ্বৰ নাই আৰু খোৱা বোৱাও ঠিকেই কৰিছে। এদিন আকৌ গৈ চাই আহিম বুলি বিদায় লব খোজোতে লৰা লৰিকৈ হস্পিতালৰ বিলৰ কথা শুধিলো। কলে, ড° গোস্বামীয়ে মোক সকলো কথা কৈছে। বিলৰ বাবে তুমি ইমান উদগ্ৰীৱ হৈছা কিয়? কোম্পানীৰ বিষয়া আৰু পৰিয়ালৰ চিকিৎসাৰ বাবে আমি কোনো টকা-পইচা নলও। তুমি চৰকাৰী বিষয়া হলেও আমাৰে ভিতৰৰ এজন। সেয়ে তুমিও কোনো খৰচ দিব নালাগে।" হাঁহিমেই যে কান্দিমেই, কি কম কি নকম, মই যেন নিশ্চল হৈ গৈছো। চক্-মকৰৈ সামান্য প্ৰতিবাদ কৰিছিলো— ফল নধৰিল। বেমাৰী চাবৰ সময় হৈছে বুলি ড° বেয়াৰ্ডে বিদায় ললে।

তাৰ পাচত ড° বেয়াৰ্ড আৰু তেখেতৰ পত্নীক কেবা বাৰো লগ পাইছিলো। আমাৰ দুয়ো ঘৰৰ ভিতৰত অহা যোৱাও আছিল। মই মাথোঁৰিটা

এবাৰ আগতেই অৱশ্যে তেখেতে কোম্পানীৰ চাকৰি এৰি কলাজলৈ গৈছিল। যাবৰ সময়ত তেখেতে মোলৈ এখন চিঠি লিখি থৈ গৈছিল। লিখিছিল— আমাৰ লগত পৰিচিতি তেখেতৰ সাঁচতীয়া ধন হৈ ৰব, তেখেত সকলোৰ প্ৰতি আমাৰ চেনেহ আৰু উপকাৰ তেখেতৰ পত্নী আৰু তেওঁ পাহৰিব নোৱাৰে। কিন্তু হায়! তেওঁটো আমাৰ পৰা কাহানিও কোনো সহায় বা উপকাৰ বিচৰা নাছিল বা আমিও কোনো সহায় বা উপকাৰ কৰিব পৰা নাছিলো। ভাবিছো— তেওঁ আমাৰ পৰিয়ালক কৰা উপকাৰৰ যদি আংশিক উপকাৰো মই তেখেত বা তেখেতৰ পৰিয়ালক কৰিব পাৰিলোহেতেন, তেন্তে নিজকে ধন্য মানিলোহেতেন।

যিমানেই মানুহজনৰ কথা ভাবিছো— সিমানেই নিজকে সৰু সৰু যেন লাগিছে।



[এই কাহিনীটো একে নামেৰেই, দৈনিক অসম বাতৰি কাকতৰ ১৯৯২ চনৰ ২ মাৰ্চ তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# চৰিত্ৰ

## (১)

অসম সচিবালয়ৰ চৌহদত সোমাবৰ বাবে আজিকালিৰ দৰে আগতে ইমান কটকটীয়া পুলিচ বন্দবস্ত নাছিল। প্ৰায় যেই কোনো সময়তেই সচিবালয়লৈ মানুহ অহা যোৱা কৰিব পাৰিছিল। আগতে শীতকালি গ্ৰাম্য অঞ্চলৰ শিক্ষানুষ্ঠান সমূহৰ ল'ৰা-ছোৱালী বন্ধৰ দিনত প্ৰায়েই গুৱাহাটীলৈ "শিক্ষামূলক ভ্ৰমণৰ" বাবে আহিছিল। তেওঁলোক সাধাৰণতে উচ্চ ন্যায়ালয়, যাদুঘৰ, চিৰিয়াখানা ইত্যাদি চাই দিচপুৰলৈ আহি সচিবালয় চৌহদত সোমাই "ৰাজধানী" চাই ঘৰলৈ উভটিছিল। এই দৃশ্য সেই সময়ত সচিবালয় কাম কৰা সকলৰ নিশ্চয় মনত আছে। জ্যেষ্ঠ বিষয়া আলি চাহাবে এবাৰ ধেমালি কৰি কৈছিল যে চিৰিয়াখানা চোৱাৰ পাচত চাৰিওফালে লোহাৰ বেৰাৰে আবৃত সচিবালয়ৰ চৌহদত সোমাই সচিবালয়ত মানুহ চোৱাৰ তাৎপৰ্য্য আছে, প্ৰাণী সম্পৰ্কে ছাত্ৰ-ছাত্ৰীৰ তেতিয়াহে সম্যক উপলব্ধি হয়। দিন বাগৰাৰ লগেলগে ব্যৱস্থাৰ সলনি হয়। এতিয়া দীঘল লাইনৰ পাচত থিয় হৈ সচিবালয় চৌহদত সোমাবৰ বাবে প্ৰবেশ-পত্ৰ লব লাগে। ভীৰৰ অন্ত নাই— শীতকালিৰ দেওবাৰে চিৰিয়াখানাৰ টিকট ঘৰৰ সমুখত হোৱা ভীৰৰ দৰে।

এই দুই ব্যৱস্থাৰ— শিথিল আৰু কটকটীয়া— সন্ধিক্ষণত এদিন সচিবালয়ৰ কোঠা এটাত বহি কিবা কাগজপত্ৰ চাই আছিলো— আবেলি ৫ বাজি গৈছে। কৰ্মচাৰী দুই এজনত বাদে প্ৰায় সকলোৱেই ঘৰা-ঘৰি গৈছে। এনে সময়তে হঠাতে এজন ভদ্ৰলোক আৰু এগৰাকী ভদ্ৰমহিলা কোনো আগজাননী নিদিয়াকৈ মোৰ কোঠাত সোমাল। চিনাকী দিয়াত বুজিলো স্বামী-স্ত্ৰী। তাঁৰ অভিযোগ লৈ আহিছে শিক্ষা বিভাগৰ ওপৰত, বিশেষকৈ কামৰূপ জিলাৰ বিদ্যালয় পৰিদৰ্শকৰ ওপৰত। ধৰক, ভদ্ৰমহিলা শ্ৰীমতী চক্ৰবৰ্ত্তী। অভিযোগ হ'ল বাচনি তালিকাত শ্ৰীমতী চক্ৰবৰ্ত্তীতকৈ তলত নাম থকা শ্ৰীমতী ভৰালীক (অনিবাৰ্য্য কাৰণত দুয়োৰে ক্ষেত্ৰত কাল্পনিক উপাধি দিব লগা হ'ল) কামৰূপ জিলাৰ বিদ্যালয় পৰিদৰ্শকে অবৈধ ভাবে শ্ৰীমতী চক্ৰবৰ্ত্তীয়ে

পাব লগা পদত নিযুক্তি দিছে। প্ৰথমে তেওঁ/তখকে মুখ্যমন্ত্ৰীক লগ ধৰি অভিযোগ বৰ্ণাই এখন দৰ্খাস্ত দিছিল। পিচে মুখ্যমন্ত্ৰীয়ে অভিযোগ তদন্ত কৰি মোক এটা প্ৰতিবেদন দিবলৈ দৰ্খাস্তৰ ওপৰত হুকুম দিয়াত তেওঁলোকে মোক লগ ধৰিবলৈ আহিছে।



পিচদিনাই অভিযোগ তদন্ত কৰিলো। দেখিলো যে জিলা বাচনি সমিতিয়ে মেধা ভিত্তিত অসমীয়া (বিষয়টোও কাল্পনিক, আচলতে অন্য এটা বিষয়হে আছিল) বিষয় শিক্ষকৰ বাবে ২০ জন প্ৰাৰ্থীক বাচনি কৰিছিল। সেই বাচনি তালিকাত শ্ৰীমতী চক্ৰবৰ্তীৰ নাম চতুৰ্থ স্থানত আৰু শ্ৰীমতী ভবানীৰ নাম পঞ্চম স্থানত আছিল। গতিকে বাচনি তালিকাৰ মতে শ্ৰীমতী চক্ৰবৰ্তীয়ে পদ আগতে পাব লাগে। কিন্তু চলিত নিয়মমতে বিদ্যালয় পৰিদৰ্শকে যেতিয়া বাচনি তালিকাত নাম থকা প্ৰাৰ্থী সকলক মূল প্ৰমাণপত্ৰ, নম্বৰৰ তালিকা আদি দাখিল কৰিবলৈ নিৰ্দেশ দিলে, তেতিয়া দেখা গ'ল যে শ্ৰীমতী চক্ৰবৰ্তীৰ আবেদনত থকা অৰ্হতা আৰু নম্বৰৰ তাৰতম্য আছে। শ্ৰীমতী চক্ৰবৰ্তীয়ে অসমীয়াত অনাৰ্চ পঢ়া বুলি আৰু বি,টি পঢ়া বুলি আবেদনত উল্লেখ কৰিছিল। তেওঁ কিন্তু অনাৰ্চ পোৱা নাছিল আৰু বি,টি ফেল কৰিছিল। কিন্তু বাচনি সমিতিৰ সদস্য সকলৰ লিখিত মন্তব্যৰ পৰা দেখা যায় যে শ্ৰীমতী চক্ৰবৰ্তীয়ে দিয়া তথ্যৰ ভিত্তিত সদস্য সকলে তেওঁক অনাৰ্চ পোৱা স্নাতক আৰু বি,টি পাচ বুলি ধৰি শ্ৰীমতী চক্ৰবৰ্তীক শ্ৰীমতী ভবানীতকৈ ওপৰত স্থান দিছিল। মূল প্ৰমাণ পত্ৰ নম্বৰ আদিৰ ভিত্তিত দুয়ো গৰাকী প্ৰাৰ্থীৰ শিক্ষাগত অৰ্হতা

তলত দিয়া ধৰণৰ

| | হাইস্কুল শিক্ষান্ত পৰীক্ষা | পি ইউ | বি এ | এম এ | বি টি |
| --- | --- | --- | --- | --- | --- |
| শ্ৰীমতী চক্ৰবৰ্ত্তী | ২য় বিভাগ | ২য় বিভাগ | সাধাৰণ | প্ৰিভিয়াচ পাচ | ফেল |
| শ্ৰীমতী ভৰালী | ১ম বিভাগ | ২য় বিভাগ | অনাৰ্চ ২য় শ্ৰেণী | এম,এ পাচ | — |

প্ৰতিবেদনত লিখিলো যে "চাবলৈ গ'লে প্ৰকৃততে বিষয় শিক্ষকৰ পদৰ বাবে শ্ৰীমতী ভৰালীৰ শিক্ষাগত অৰ্হতা শ্ৰীমতী চক্ৰবৰ্ত্তীতকৈ বেচি। এই ভুল ধৰা পৰাৰ পাচত শ্ৰীমতী চক্ৰবৰ্ত্তীক শ্ৰীমতী ভৰালীতকৈ ওপৰত ৰখাটো অন্যায় হ'ব। গতিকে বিদ্যালয় পৰিদৰ্শকে পদটো শ্ৰীমতী চক্ৰবৰ্ত্তীক নিদি শ্ৰীমতী ভৰালীক দি অন্যায় কৰা নাই। অদূৰ ভবিষ্যতে উপযুক্ত স্নাতক পদ খালি হ'লে বিদ্যালয় পৰিদৰ্শকে শ্ৰীমতী চক্ৰবৰ্ত্তীৰ নিযুক্তিৰ বিষয়ে ব্যৱস্থা লবলৈ ইতিমধ্যে কোৱা হৈছে।"

স্বামী স্ত্ৰী দুয়ো, বিষয়টো সম্পৰ্কে খবৰ লবলৈ এদিন মোৰ ঘৰলৈও আহিছিল। অহাত ভাল পোৱা নাছিলো। আবেদন পত্ৰৰ লগত অৰ্হতাৰ তাৰতম্যৰ কথা কোৱাত তেওঁলোকেও মোক ভাল পোৱা নাছিল। আচলতে শ্ৰীমতী চক্ৰবৰ্ত্তীৰ বিষয় শিক্ষক পদৰ বাবে অৰ্হতাই নাছিল।

## (২)

১৯৮৬ চনৰ জুলাই মাহত মই শিক্ষা বিভাগৰ সচিব হিচাবে কাৰ্য্যভাৰ গ্ৰহণ কৰো। সেই সময়ত ক্ৰীড়া আৰু যুব-কল্যাণ বিভাগ আৰু সাংস্কৃতিক বিভাগো শিক্ষা বিভাগৰ অন্তৰ্ভূক্ত আছিল। সেই বছৰৰে আগষ্ট মাহত ক্ৰীড়া আৰু যুব কল্যাণ বিভাগ আৰু সাংস্কৃতিক বিভাগ শিক্ষা বিভাগৰ পৰা আতঁৰাই আনি দুটা সম্পূৰ্ণ সুকীয়া বিভাগৰ সৃষ্টি কৰা হয়। বিভাগ তিনিটা হলেও ময়েই সেই সময়ত বাকী দুটা বিভাগৰো দায়িত্ব বহন কৰিব লগা হৈছিল। বিভাগ তিনিটা, সচিব এজন, কিন্তু প্ৰতিটো বিভাগৰ বাবে সুকীয়া মন্ত্ৰী আছিল। সেয়ে প্ৰায়েই দিনটোৰ এবেলা মন্ত্ৰী দৰ্শনতেই গৈছিল।

আজিকালি বোধহয় কোনো বিভাগেই দুর্নীতি মুক্ত নহয় বুলি ন দি কব পাৰি। শিক্ষা বিভাগৰো দুৰ্নীতিৰ কথা ৰাইজৰ অবিদিত নহয়। প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক নিযুক্তিৰ পৰা আৰম্ভ কৰি অসুখৰ ভাও ধৰি "চিক্ বেড"ৰ পৰা পৰীক্ষা দিয়া, "চিক্ বেড"ত দুই এক শিক্ষকে নকলৰ বাবে কিতাপ যোগান ধৰা ইত্যাদিৰ কথা নিশ্চয় বহুতে কাগজে পত্ৰই পঢ়িছে। ইয়াৰ উপৰিও এজনৰ হৈ আন এজনে পৰীক্ষা দিয়া, "মচলা"ৰ প্ৰস্তুতি আৰু ব্যৱহাৰ ইত্যাদিৰ কথা কবলৈ গ'লে মহাভাৰতেই হ'ব। ক্ৰীড়া বিভাগো অন্যান্য বিভাগৰ দৰে দুৰ্নীতিৰ পৰা মুক্ত নহয়। ক্ৰীড়াৰ ক্ষেত্ৰতো, প্ৰশাসনতেই হওক বা সন্থা সমূহতেই হওঁক, সময়ে সময়ে দিয়া ৰাজনৈতিক হেঁচা বা কোনো ব্যক্তি বিশেষ বা গোটৰ হস্তক্ষেপৰ কথা জনসাধাৰণৰ অবিদিত নহয়। সেয়ে, বিভিন্ন ক্ৰীড়া সন্থা সমূহক বিত্তীয় সাহায্য দিয়া, অন্তঃসৌধ স্থাপন কৰা, ক্ৰীড়া পাৰিতোষিক অথবা পেঞ্চন দিয়াৰ ক্ষেত্ৰত সমৰূপ নীতিৰ অভাৱ দেখা যায়। এই দুৰ্নীতি কেনে স্তৰলৈ নামিছে তাৰ মাত্ৰ দুটা উদাহৰণহে এই প্ৰবন্ধত দিব খুজিছো।

(প্ৰথম)

গুৱাহাটীৰ এখন কাৰিকৰী শিক্ষানুষ্ঠানৰ কেইজনমান ছাত্ৰই এটা ৰাজ্যিক ক্ৰীড়া সন্থাৰ সম্পাদক জনক এদিন লগ ধৰে। তেওঁলোকে অনেক ছাত্ৰৰ নাম কৈ সম্পাদকজনৰ পৰা জানিবলৈ বিচাৰে যে সেই ছাত্ৰজনে তেওঁৰ (সম্পাদকৰ) সন্থাই পৰিচালনা কৰা খেলত কেতিয়াবা কোনো জিলা বা ৰাজ্যখনৰ হৈ খেলিছিল নেকি? সম্পাদকে বিষয়টো জানিবলৈ বিচৰাত ছাত্ৰ কেইজনে কলে যে এই ছাত্ৰজনে এটা জিলা সন্থাৰ পৰা সেই জিলাৰ হৈ খেলত প্ৰতিনিধিত্ব কৰা বুলি এখন প্ৰমাণ পত্ৰ আনি খেলুৱৈৰ বাবে আচুতীয়াকৈ ৰখা এটা চিটৰ বিপৰীতে শিক্ষানুষ্ঠানটোত নাম ভৰ্ত্তি কৰিছে। ছাত্ৰাবাসত সাধাৰণ "ৰেগিং"ৰ সময়ত এই খেল সম্পৰ্কে প্ৰশ্ন কৰাত ছাত্ৰজনে একো উত্তৰ দিব নোৱাৰা বাবে তেওঁলোকৰ সন্দেহ হৈছে আৰু সেয়েহে তেওঁলোকে এই সম্পৰ্কে শুধিবলৈ আহিছে। সম্পাদকজনে ছাত্ৰ কেইজনক এখন দৰ্খাস্ত দিবলৈ কৈ দুই এক দিনৰ ভিতৰতে বিষয়টো চাই এটা উত্তৰ দিব বুলি প্ৰতিশ্ৰুতি দিলে। পিচদিনা শিক্ষানুষ্ঠানটোৰ ছাত্ৰ একতা সভাৰ চিঠি লিখা পেডত ছাত্ৰ কেইজনে এখন দৰ্খাস্ত দি থৈ গ'ল।

সম্পাদক জন ৰাজ্যিক ক্ৰীড়া সন্থাটোৰ লগত বহু দিন ধৰি জড়িত আৰু তেওঁ ছাত্ৰজনৰ নাম কওঁতেই বুজিছে যে তেনে নামৰ কোনো ল'ৰাই ৰাজ্যখনক প্ৰতিনিধিত্ব কৰাতো দূৰৰে কথা, কোনো জিলাৰ হৈও কেতিয়াও

খেলা নাই। তথাপিও দৰ্খাস্তখন পোৱাৰ পাচত তেওঁ সন্থাৰ বহীপত্ৰ চাই দৰ্খাস্তৰ উত্তৰত জনালে যে সেই ছাত্ৰজনে কেতিয়াও ৰাজ্যখনৰ হৈ অথবা কোনো জিলাৰ হৈ সন্থাই প্ৰতিনিধিত্ব কৰা খেলত খেলা নাই। অধ্যক্ষই এই চিঠি ছাত্ৰ একতা সভাৰ জৰিয়তে পাই ছাত্ৰজনক নাম ভৰ্ত্তি তালিকাৰ পৰা বাদ দিবলৈ সিদ্ধান্ত ললে।

কেইদিনমান পাচত সম্পাদক জন এদিন মোৰ ওচৰলৈ আহিল। ক'লে যে আগদিনা তেওঁক এজন মন্ত্ৰীয়ে মাতি পঠিয়াইছিল। মন্ত্ৰীজনে হেনো ক'লে যে ক্ৰীড়া "কোটা"ত চিট পোৱা ছাত্ৰজনৰ সম্পৰ্কে শিক্ষানুষ্ঠানটোৰ ছাত্ৰ একতা সভাৰ কেইজন মানৰ লগত তেখেতৰ কথা বতৰা হৈছিল। ছাত্ৰ কেইজনে হেনো ভবিষ্যতে এই বিষয়ে আপত্তি নকৰিব বুলি কৈছে। সেয়ে মন্ত্ৰীজনে ছাত্ৰ একতা সভালৈ লিখা চিঠিখন উঠাই লবৰ বাবে সম্পাদকক কৈছে। সম্পাদক সন্মত নহল। ক'লে যে চিঠিখন উঠাই ললে সন্থাৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ সদস্য সকলে সম্পাদকজনক দূৰ্নীতিৰ আশ্ৰয় লোৱা বুলি কব। এনেদৰে কোৱাৰ পিচতো মন্ত্ৰীয়ে হেনো সন্থাৰ অন্যান্য সদস্যক বিষয়টো সুধি পিচদিনা তেওঁক জনাবলৈ কৈছে। সম্পাদক জনে কোৱামতে ক্ৰীড়া সঞ্চালকালয়ৰ এজন কৰ্মচাৰী ঘটনাটোৰ লগত জড়িত আৰু তেৱেঁই ছাত্ৰজনক মিছা প্ৰমাণ পত্ৰ দিয়াৰে পৰা মন্ত্ৰীৰ হতুৱাই হস্তক্ষেপ কৰাব খোজাৰ মূলত। সম্পাদক জনক চিঠি খন উঠাই লবলৈ ময়েই মানা কৰা বুলি মন্ত্ৰীক জনাবলৈ ক'লো।

পিচদিনা মন্ত্ৰীগৰাকীয়ে মোক এবাৰ তেখেতৰ কোঠালৈ মাতিলে। কিয়নো মাতিছিল বুলি সোধাত ক'লে, আপুনি ক্ৰীড়া সন্থাটোৰ সম্পাদক জনক চিঠিখন উঠাই লবলৈ কলে ভাল হয়, নহলে ল'ৰাটোৰ নাম কটা যাব। মোৰ সমস্তিৰে ল'ৰা। ভুল সি কৰিছে, তথাপিও চিঠিখন উঠাই ললে তাৰ এটা বছৰ লোকচান নোহোৱাকৈ থাকে।" মন্ত্ৰীক ক'লো যে ছাত্ৰজনে কৰা কাম গৰ্হিত। ছাত্ৰজন তেখেতৰ সমস্তিৰ ল'ৰা হলেও তেওঁৰ পক্ষ নলবৰ বাবে অনুৰোধ জনাই ক'লো "এনে হস্তক্ষেপৰ কথা দুদিন পিচত যদি কাগজে পত্ৰই প্ৰকাশ পায় তেন্তে সি আপোনাৰ বাবে সন্মান হানিকাৰক আৰু দুৰ্ভাগ্য জনক হব।

খবৰ কাগজৰ কথা কোৱাত মন্ত্ৰী কিছুপৰ নিমাতে থাকিল। তাৰ পাচত মোৰ কথাতে হয়ভৰ দি কলে, "আপুনি ঠিকেই কৈছে, এনেবোৰ গণ্ডগোলত মই নোসোমোৱাই ভাল।"

ময়ো নমস্কাৰ জনাই উঠিলো।

(দ্বিতীয়)

১৫ বছৰৰ তলৰ বয়সৰ ল'ৰা-ছোৱালীৰ বাবে পতা একলি ৰাজ্যিক প্ৰতিযোগীতা এখনত এবাৰ ল'ৰা এজনে খেলিব বুলি নাম দিলে। সন্থাৰ সম্পাদক জনৰ কিন্তু সন্দেহ হৈছে— ল'ৰা জনৰ বয়স ১৫ বছৰতকৈ বেচি হব। সন্থাৰ নিয়মমতে ৰাজ্যিক প্ৰতিযোগীতাৰ সময়ত খেলুৱৈয়ে বয়সৰ প্ৰমাণ পত্ৰ দিব লাগে। এই ল'ৰা জনৰ বয়সৰ প্ৰমাণ পত্ৰ বিচৰাত খেল অনুষ্ঠিত হোৱা চহৰৰ এক তথাকথিত নেতা ধৰণৰ ব্যক্তিয়ে আন দুজনৰ সৈতে সম্পাদকক লগ ধৰি ক'লে, "বয়সৰ প্ৰমাণ পত্ৰনো কিয় লাগে? আমি তাক সকৰে পৰাই জানো। বয়স তাৰ ১৫ বছৰতকৈ কম, দেখাতহে তাক ডাঙৰ যেন লাগে।" সম্পাদক কিন্তু মান্তি নহ'ল। পিচদিনা ল'ৰা জনে পঢ়ি থকা স্কুলৰ হেডমাষ্টৰৰ পৰা এখন টাইপ কৰা চাৰ্টিফিকেটৰ ফটোষ্টেট কপি এটা দাখিল কৰিলে। চাৰ্টিফিকেটৰ ফটোষ্টেট কৰা নকল মতে ল'ৰাজনৰ জন্ম ১৯৭৪ চনত। খেল অনুষ্ঠিত হৈছিল ১৯৮৮ চনত, সেয়ে ল'ৰাজনৰ বয়স ১৫ বছৰতকৈ কম। চাৰ্টিফিকেটখনৰ সত্যাসত্য নিৰূপণ কৰিব নোৱাৰা নথকাত সম্পাদকে ল'ৰাজনক খেলিবলৈ দিবলৈ বাধ্য হ'ল, কিন্তু সম্পাদকৰ সন্দেহ থাকি গ'ল। ল'ৰাজন অৱশ্যে তৃতীয় ৰাউণ্ডতে পৰাজিত হ'ল।

সম্পাদকজনৰ সন্দেহ হৈছিল অন্য এক কথাত। চাৰ্টিফিকেটৰ ফটোষ্টেট নকলত তেওঁ দেখিলে যে অন্যান্য "টাইপ ফেচ"ৰ লগত বয়স লিখা শাৰীটোৰ "টাইপ ফেচ" যেন কিছু বেলেগ।

খেলৰ অন্তত গুৱাহাটীলৈ ঘূৰি আহি সম্পাদক জনে স্কুলৰ হেডমাষ্টৰৰ লগত ল'ৰাটোৰ বয়স সম্পৰ্কে যোগাযোগ কৰিলে। কিছুদিন পাচত স্কুলৰ হেডমাষ্টৰৰ উত্তৰ আহিল। তেখেতে লিখিলে যে চাৰ্টিফিকেটত ল'ৰাজনৰ জন্ম বছৰ ১৯৭১ বুলিহে উল্লেখ কৰা আছিল, ১৯৭৪ নহয়। বুজা গ'ল যে মূল চাৰ্টিফিকেটখনৰ ওপৰত বয়স লিখা শাৰীটোত বেলেগ বয়স লিখা কাগজ এটুকুৰা লগাই ফটোষ্টেট কৰি সেই নকলহে সম্পাদকক দিয়া হৈছিল।

মিছা প্ৰমান পত্ৰ দিয়া বাবে কিয় অনুশাসন মূলক ব্যৱস্থা লোৱা নহব এই কথা সুধি ল'ৰাজনৰ ওপৰত সন্থাই নোটিচ জাৰী কৰিছিল। ল'ৰাজনে চিঠি পাইও কোনো উত্তৰ নিদিয়াত সময়ত তেওঁক সন্থাই সকলো খেলৰ পৰা দুবছৰৰ বাবে নিলম্বিত কৰে।

তথাকথিত নেতা ধৰণৰ ব্যক্তিজনে ল'ৰা জনক নিলম্বিত কৰা বিষয়টো জানিছিল নে নাই গম নাপালো।

[এই কাহিনী একে নামেৰেই দৈনিক অসম বাতৰি কাকতৰ ১৯৯২ চনৰ ২২ মাৰ্চ তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# আই, আই, টি

মই যেতিয়া শিক্ষা বিভাগলৈ বদলি হওঁ, তেতিয়া অসম চুক্তিমতে অসমত স্থাপন কৰিবলগীয়া ইণ্ডিয়ান ইনষ্টিটিউট্ অব টেক্‌নলজী (চমুকৈ আই,আই,টি)ৰ স্থান গুৱাহাটীত প্ৰায় একেৰকম ঠিক হৈছেই। ১৯৮৫ চনৰ ডিচেম্বৰ মাহতে ভাৰত চৰকাৰে অসম চৰকাৰক আই,আই,টিৰ বাবে বানপানী নোহোৱা আৰু সকলো আনুসঙ্গিক সুবিধা থকা প্ৰায় পাচশ একৰ মাটি লাগিব বুলি জনাইছিল। সেইমতে বিভিন্ন জিলাৰ উপাযুক্ত সকলৰ পৰা প্ৰস্তাৱো বিচৰা হৈছিল। ১৯৮৬ চনৰ মে মাহত ভাৰত চৰকাৰে গঠন কৰা ৬ জনীয়া ঠাই বাচনি সমিতিয়ে মে মাহৰ শেষ সপ্তাহত ৰাজ্য চৰকাৰৰ প্ৰস্তাৱিত ৪ টা অঞ্চল ভ্ৰমণ কৰে। এই চাৰিটা অঞ্চল হ'ল (১) নগাওঁ জিলাৰ পাখিমৰীয়া মৌজাৰ ৰৰকোলা আৰু নমাতি গাওঁৰ ১৫৬০ বিঘা মাটি, (২) গোলাঘাটৰ মনখোৱা আৰু ঢেকিয়াল মৌজাৰ বগৰি জেং, নৰাকোঁৱৰ আৰু নৰাগাওঁৰ আনুমানিক ১৫৬০ বিঘা মাটি, (৩) ডিব্ৰুগড়ৰ টিংখং মৌজাৰ তিনচৈঙীয়া, ৩নং টিপমিয়া আৰু ৪নং হালমাৰী গাওঁৰ ১০৬৯ বিঘা মাটি, আৰু (৪) গুৱাহাটীৰ বেলতলা মৌজাৰ বেতকুচি আৰু জাজিকুচি গাওঁৰ ৩০৫৯ বিঘা মাটি। ঠাই বাচনি সমিতিয়ে গুৱাহাটীৰ মাটি ডোখৰেই প্ৰস্তাৱিত আই,আই,টিৰ বাবে উপযুক্ত হব বুলি মত দিয়ে।

মই ১৯৮৬ চনৰ জুলাই মাহত শিক্ষা বিভাগত যোগদান কৰা সময়ত ভাৰত চৰকাৰে গুৱাহাটী চহৰৰ সমীপৱৰ্ত্তী এই ঠাই ডোখৰ সম্পৰ্কে ভালেমান তথ্য পাতি বিচাৰি পঠাইছিল। বিচৰা তথ্য পাতিৰ ভিতৰত খোৱা পানী যোগানৰ ব্যৱস্থা, ভূমিকম্প আৰু বানপানী সম্পৰ্কীয় তথ্য, পাৰিপাৰ্শ্বিকতা, ৰৰষুণ, বতৰ আদিৰ তথ্যই প্ৰধান। এই সকলোবোৰ তথ্য ১৯৮৬ চনৰ চেপ্তেম্বৰ মাহত ভাৰত চৰকাৰক দিয়া হয়। ইতিমধ্যে পৰিকল্পনা আয়োগৰ সদস্য শ্ৰী হিতেন ভায়াক সভাপতি আৰু ভাৰত চৰকাৰৰ শিক্ষা সচিব শ্ৰী আনন্দ স্বৰূপক সহ-সভাপতি হিচাবে লৈ ভাৰত চৰকাৰে এখন ১৫ জনীয়া প্ৰকল্প উপদেষ্টা সমিতি গঠন কৰে। ঠাই নিৰ্বাচন সমিতিয়ে পুনৰ ১৯৮৬ চনৰ ডিচেম্বৰ মাহত গুৱাহাটীলৈ আহি নিৰ্বাচিত ঠাই ডোখৰ চায় আৰু

১৯৮৭ চনৰ জানুৱাৰী মাহত ভাৰত চৰকাৰে অসম চৰকাৰক ঠাই বাচনি সমিতিয়ে বেতকুচি জাতিকুচি অঞ্চলৰ প্ৰায় ১১০০ একৰ মাটি আই,আই,টি স্থাপনৰ বাবে মনোনয়ন কৰা বুলি জনায়। এই মনোনয়ন অৱশ্যে ৰাজ্যচৰকাৰে কেতবোৰ স্বৰ্ত্ত মানি লোৱাৰ ওপৰত নিৰ্ভৰশীল আছিল। এই স্বৰ্ত্ত সমূহ তলত দিয়া ধৰণৰ

(১) প্ৰস্তাবিত মাটি সকলো ধৰণৰ দাবী বা দায় মুক্ত হ'ব লাগিব আৰু এই মাটি ৰাজ্যচৰকাৰে ভাৰত চৰকাৰক হস্তান্তৰ কৰিব লাগিব,

(২) মৰা-ভৰলু নদীৰ (এই নদী প্ৰস্তাবিত ঠাই ডোখৰৰ মাজেদি বৈ গৈছে) দুয়োটা পাৰ ওখ কৰিব লাগিব যাতে বাৰিষাটো পানী পাৰ বাগৰিব নোৱাৰে,

(৩) ব্ৰহ্মপুত্ৰ নদীৰ পৰা কোনো বিৰতি নোহোৱাকৈ দৈনিক অন্ততঃ দহ লাখ গেলন পানী যোগান ধৰাৰ ব্যৱস্থা কৰিব লাগিব, আৰু

(৪) শৈক্ষিক বাতাবৰণ আৰু পৰিবেশ অটুট ৰাখিবৰ বাবে অঞ্চলটোত উদ্যোগীক কাৰ্য্যকলাপ সীমিত কৰিব লাগিব।

হিচাব কৰি দেখা গ'ল যে বেতকুচি-জাতিকুচিৰ চিহ্নিত অংশৰ মাটি কালি ৩০৫৯ বিঘা ৬ লেচাৰ ভিতৰত ৫৮১ বিঘা ৩ কঠা ১১ লেচা মাটি চৰকাৰী। কামৰূপ জিলাৰ উপায়ুক্তই দিয়া হিচাবমতে বাকীখিনি পট্টামাটিৰ সেই সময়ৰ মূল্য ১৩ দশমিক ৭৮ কোটি টকা হ'ব। গতিকে পানীৰ ব্যৱস্থা, মৰা ভৰলু নদীৰ দুয়ো পাৰ ওখ কৰা, মাটিৰ মূল্য সকলো ধৰি নূন্যতম ২০ কোটি টকা খৰচ হ'ব বুলি ভাৰত চৰকাৰক জনোৱা হ'ল। ভাৰত চৰকাৰৰ বিষয়াই জনোৱা মতে অন্যান্য আই,আই,টি স্থাপনৰ বাবে মাটি সকলো সংশ্লিষ্ট ৰাজ্য চৰকাৰে বিনামূলীয়াকৈ দিছে। কিন্তু আমাৰ কথা হ'ল যে যিহেতু এই আই,আই,টি অসম চুক্তিৰ এটা অংশ আৰু ই এক কেন্দ্ৰীয় অনুষ্ঠান সেয়ে এই আই,আই,টিৰ বাবে মাটি অধিগ্ৰহণৰ ব্যয় ভাৰত চৰকাৰে বহন কৰা উচিত।

আই,আই,টি সম্পৰ্কে ১৯৮৭ চনৰ ২৪ এপ্ৰিল তাৰিখে গুৱাহাটীত প্ৰফেচাৰ এম, জি, কে মেননৰ লগতো বিতং আলোচনা কৰা হয়। মাটি অধিগ্ৰহণত বহু ধন ব্যয় হে'ৰাৰ্লৈ চাই অন্য কোনো সুবিধাজনক ঠাইত মাটিৰ বিকল্প ব্যৱস্থা কৰিব পাৰি নেকি সেই কথা তেখেতে সোধে। এই কথাৰ উত্তৰত তেখেতক জনোৱা হয় যে সকলো আনুসঙ্গিক সুবিধা থকা ঠাইত একেলগে ৫০০ একৰ চৰকাৰী মাটি পোৱা অসম্ভৱ। তাৰ উপৰিও ইমান খিনি আগবঢ়াৰ পাচত এতিয়া যদি পুনৰ নতুন ঠাই চাবলগীয়া হয়

তেতিয়া হ'লে প্ৰকল্পটোৰ ৰূপায়ণ বহুদিন পিচ পৰি যাব। তেখেতক কলো যে দৰাচলতে যিহেতু আই,আই,টিৰ কাৰণে ৫০০ একৰ মাটি হ'লেই হয় সেয়ে আমি ৫০০ একৰ মাটি অধিগ্ৰহণ কৰিলে টকাও কম খৰচ হ'ব আৰু প্ৰকল্পৰ ৰূপায়নো পলম নহ'ব।

বেতকুচি-জাভিকুচি গাঁওৰ মাটি ডোখৰ ৩৭ নং ৰাষ্ট্ৰীয় পথৰ দুয়ো কাষে- একালে ৮০০ একৰ আনফালে ৩০০ একৰ। ১৯৮৭ চনৰ ২৭ এপ্ৰিল তাৰিখে দিল্লীত হোৱা এক আলোচনাত মানৱ সম্পদ বিকাশ মন্ত্ৰনালয়ৰ কাৰিকৰী শিক্ষা উপদেষ্টাই ৮০০ একৰৰ মাটি ডোখৰেই আই,আই,টিৰ বাবে যথেষ্ট হ'ব বুলি কয় আৰু এই মাটি খিনিৰ ভিতৰত চৰকাৰী মাটি কিমান, ৰায়তৰ দখলী কেনে ধৰণৰ ইত্যাদি কেতবোৰ নতুন তথ্য বিচাৰে।

গুৱাহাটীলৈ ঘূৰি আহিয়েই এই সকলোবোৰ তথ্য গোটাই ভাৰত চৰকাৰলৈ পঠাম, এনে সময়তে ভাৰত চৰকাৰৰ পৰা এখন চিঠি আহিল। চিঠিৰ সাৰাংশ হ'ল এয়ে যে যিহেতু গুৱাহাটী চহৰৰ ওচৰৰ মাটি খিনি অধিগ্ৰহণ কৰিব লাগিলে সৰহ ধন লাগিব সেয়ে অলপ দূৰত বিকল্প মাটি এডোখৰ চিহ্নিত কৰিব লাগে। ৰাজ্য চৰকাৰৰ লগত বিষয়টো আলোচনা কৰি গুৱাহাটীৰ পৰা প্ৰায় ১৭০ কিলোমিটাৰ দূৰত নগাওঁ জিলাৰ মিচাত ৩৭নং ৰাষ্ট্ৰীয় পথৰ গাতে লগা আনুমানিক ৭০০ একৰ মাটি চিহ্নিত কৰা হয়। মাটি ডোখৰ ৰাষ্ট্ৰীয় পথৰ দক্ষিণ ফালে আৰু ৰাষ্ট্ৰীয় পথৰ পৰা চালনা বাগানলৈ যোৱা বাটটোৱেই মাটি ডোখৰৰ পূব সীমা। পিচত অৱশ্যে ৰাজনৈতিক হস্তক্ষেপৰ বাবে এই পূব সীমা কিছু পশ্চিমলৈ নিব লগা হয়।

১৯৮৭ চনৰ ৩০-৩১ আগষ্ট তাৰিখে ঠাই বাচনি সমিতিৰ কেইগৰাকী মান সদস্যাই এই ঠাই পৰিদৰ্শন কৰে আৰু উপায়ুক্তকে ধৰি জিলাৰ সকলো সংশ্লিষ্ট বিষয়াৰ লগত মাটি ডোখৰ আৰু আনুসঙ্গিক সা সুবিধাৰ কথা পাতে। সমিতিৰ সদস্য, কেইজনক ৩০ আগষ্ট তাৰিখে নিশা তেজপুৰ আৱৰ্ত্ত ভৱনত ৰখা হৈছিল। ৰাতি কিন্তু তাত এটা অশোভনীয় ঘটনা ঘটে।

আবৰ্ত্ত ভৱনত নিশা কেইজনমান বাচনি সমিতিৰ সদস্যাৰ লগত কথা পাতি থকা সময়ত সমিতিৰ এজনে সুৰাত মতলীয়া হৈ অসমত এটা আই,আই,টি স্থাপন কৰাৰ কোনো প্ৰয়োজন নাই বুলি মন্তব্য কৰে। লগতে কয় যে অসমক এটা আঞ্চলিক কাৰিকৰী মহাবিদ্যালয় দিলেই যথেষ্ট হ'লহেতেন। সদস্যাৰ উক্তিত অকল আমিয়েই নহয় ভাৰত চৰকাৰৰ মন্ত্ৰনালয়ৰ পৰা অহা সদস্য কেইজনো বিৰক্ত হৈছিল, কিন্তু আমি প্ৰথমে একো মাত মতা নাছিলো। মোত বাদেও তেতিয়া তাত অসম চৰকাৰৰ দুজন বিষয়া আছিল— এজন



কাৰিকৰী শিক্ষা বিভাগৰ সঞ্চালক আৰু আনজন যুটীয়া সঞ্চালক। কিন্তু পিচত যেতিয়া সদস্যৰ মন্তব্য ক্ৰমান্বয়ে বিৰূপ হৈ আহিবলৈ ধৰিলে আৰু আমাৰ আত্মসন্মান চুলেগৈ, তেতিয়া মাত নামাতি নোৱাৰিলো। সদস্যজনক কলো, "অসম চুক্তি কেনেকৈ, কি সন্দৰ্ভত, কিয় হ'ল আৰু ৰাজীৱ গান্ধী তথা ভাৰত চৰকাৰে কিয় অসমত এটা আই.আই.টি স্থাপনৰ সিদ্ধান্ত ললে সেই সম্পৰ্কে মন্তব্য দিয়াৰ অধিকাৰ আপোনাৰ নাই। আপোনাৰ কাম স্থান নিৰ্ব্বাচনতে সীমাবদ্ধ। ভাৰত চৰকাৰৰ পিচাৰ বুদ্ধিৰ সমালোচনা কৰিবলৈ যি অন্ত-দৃষ্টিৰ আৱশ্যক সি আপোনাৰ পৰিধিৰ বহু আঁতৰত। এনে সস্তীয়া মন্তব্যই আপোনাৰ আচল স্বৰূপহে প্ৰকাশ কৰিছে। আমাৰ আপোনালৈ পুত্ৰৌ জন্মিছে। কিছু কথা কটা-কটিৰ পাচত লগৰে এজনে এই সদস্যজনক ধৰি তেওঁৰ কোঠাত বিচনাত শুৱাই থৈ আহিব লগা হ'ল।

১৯৮৭ চনৰ নবেম্বৰ মাহৰ শেষৰ ফালে ভাৰত চৰকাৰে মিচাৰ ঠাই ডোখৰত সন্মতি জনালে যদিও লগতে কলে যে গুৱাহাটীৰ বেতকুচি-জাতিকুচি অঞ্চলৰ আগৰ চিহ্নিত ঠাইত আই.আই.টিৰ এটা "সম্প্ৰসাৰণ কেন্দ্ৰ" (এক্সটেনচন চেন্তাৰ) ৰ বাবে প্ৰায় ২০০ একৰ মাটিৰ প্ৰয়োজন হব। দিনে-নিশাই খাটি আমি শিক্ষাবিভাগৰ তৰফৰ পৰা ১৯৮৭ চনৰ ডিচেম্বৰ মাহতে মিচাত অৱস্থিত ১৯০১ বিঘা ৯ লেচা মাটিৰ বাবে অধিগ্ৰহণৰ প্ৰস্তাৱ আগবঢ়াওঁ। প্ৰকল্প সঞ্চালকে ঠাই ডোখৰ চোৱাত অধিগ্ৰহণ প্ৰস্তাৱ কিছু সালসলনি কৰিব লগাত পৰে। তেওঁৰ মতামত অনুসৰি পূৰ্ব্বৰ ৰাষ্ট্ৰীয় পথৰ পৰা চালনা বাগানলৈ যোৱা আলিবাটটোকেই পুনৰ পূব সীমা ধৰি মাটি অধিগ্ৰহণৰ সংশোধিত

প্ৰস্তাব দিয়া হয়। সংশোধিত অধিগ্ৰহণ প্ৰস্তাৱত মুঠ মাটিৰ পৰিমাণ ২৩৫৪ বিঘা ৩ কঠা ১৭ লেচা। ইয়াৰ ভিতৰত বাস্তুৰ পথ্য উত্তৰ চাকৰ ১৫০ একৰৰ মাটি এটুকুৰাও আছে। এই মাটিত এখন প্ৰযুক্তি কিম্বা উদ্যান কৰাৰ কথা ভবা হৈছিল।

জৰীপ কৰি পোৱা হৈছিল যে মিচাৰ এই মাটি টুকুৰা অধিগ্ৰহণ কৰিলে প্ৰায় ১৭৫ টা পৰিয়াল স্থানচ্যুত হয়। ভূমি অধিগ্ৰহণ আইন মতে তেওঁলোকক ধন দিয়াৰ উপৰিও পুনৰ সংস্থাপনৰ বাবে কিছু অৰ্থ সাহায্য আৰু নগাওঁ জিলাৰে ২নং গৰুমৰা, বগাগড়া গটঙা, চাকিটুপ বালিজুৰী, চৰাগুৰী, বেকাপথাৰ ইত্যাদি অঞ্চলত কিছু মাটি চিহ্নিত কৰি ৰখা হৈছিল যাতে সেই ঠাইত তেওঁলোকক বিনামূলীয়াকৈ মাটিও দিব পাৰি। মাটি অধিগ্ৰহণ, স্থানচ্যুত হবলগীয়া পৰিয়ালৰ পুনৰ সংস্থাপন ইত্যাদিৰ বাবে ১৯৮৮ চনৰ মাৰ্চ মাহত ভাৰত চৰকাৰৰ পৰা প্ৰথম কিস্তি হিচাবে ৩ কোটি ৯৫ লাখ টকাও অনা হৈছিল।

ইতিমধ্যে এই আই,আই,টিৰ পাঠ্যক্ৰম আৰু অন্যান্য ক্ৰিয়া কাণ্ড কেনে হ'ব, অঞ্চলটোৰ চাহিদাৰ প্ৰতি লক্ষ ৰাখি বিশেষ কোনো পাঠ্যক্ৰমৰ অন্তৰ্ভূক্তিৰ প্ৰয়োজনীয়তা, উদ্যোগ আৰু সমাজৰ লগত ইয়াৰ সংযোজনা কেনে হোৱা বাঞ্চনীয় ইত্যাদি সকলো দিশ চাবৰ বাবে ভাৰত চৰকাৰে এটা প্ৰকল্প উপদেষ্টা সমিতিও গঠন কৰি দিয়ে। সেই সমিতিৰ কেবাখনো সভাত যোগদান কৰাৰ সৌভাগ্য মোৰো হৈছিল। উপদেষ্টা সমিতিৰ মতামতৰ ওপৰত ভিত্তি কৰি ভাৰত চৰকাৰৰ স্বীকৃত এডুকেচনেল কনচালটেন্টচ্ লিমিটেড নামৰ এটা প্ৰতিষ্ঠানে আই,আই,টিৰ এখন খচৰা প্ৰতিবেদন প্ৰস্তুত কৰে আৰু ১৯৮৮ চনৰ আগষ্ট মাহত এই প্ৰতিবেদন ভাৰত চৰকাৰক দাখিল কৰে। ইয়াৰ প্ৰতিলিপি অসম চৰকাৰলৈও আছে।

১৯৮৮ চনৰ চেপ্তেম্বৰ মাহত মই শিক্ষাবিভাগৰ পৰা আন এটা বিভাগলৈ বদলিৰ হুকুম পাওঁ আৰু ১ অক্টোবৰ তাৰিখে নতুন বিভাগত যোগদান কৰো। শিক্ষা বিভাগ এৰি নতুন বিভাগত যোগদান কৰা সময়ত মোৰ অৱসৰ লবলৈ মাত্ৰ তিনিমাহহে বাকী আছিল। কিয় শিক্ষা বিভাগৰ পৰা অৱসৰলৈ তিনিমাহ থাকোতে আহিব লগা হ'ল সেই কথা পিচে পৰেও কব পাৰিম।

নতুন পদলৈ অহাৰ পাচত আৰু বিশেষকৈ অৱসৰৰ পাচত প্ৰস্তাৱিত আই,আই,টিৰ লগত সম্বন্ধ নোহোৱা হ'ল। মাজে মাজে শুনো যে মিচাত অধিগ্ৰহণ কৰিবলগীয়া মাটিত থকা পৰিয়াল কেইটা চৰকাৰে সেই ঠাইৰ পৰা স্থানচ্যুত কৰিবনে নকৰে সেই বিষয়ে পুনৰ চিন্তা কৰিছে। বিভিন্ন দিশৰ ৰাজনৈতিক হেঁচাৰ ফলত

আই,আই,টি স্থাপন কাৰ্য্যই যি অগ্ৰাধিকাৰ পাব লাগিছিল তাক পাহৰি যোৱা হ'ল। এনেবোৰ বিষয়ত ৰাজনৈতিক আগ্ৰহ বা ইচ্ছা যেনে হ'ব লাগিছিল তেনে নহ'ল। বহুতে কয়, আত্ম সন্তুষ্টি আৰু ক্ষুদ্ৰ স্বাৰ্থই ৰাজনৈতিক আগ্ৰহ হ্ৰাসৰ মূল কাৰণ।

পিচৰ দুবছৰতো কাম একো নহ'ল। ১৯৯০ চনৰ শেষৰ ফালে প্ৰবৰ্ত্তন কৰা ৰাষ্ট্ৰপতি শাসনৰ কালত আই,আই,টিৰ ঠাই পুনৰ নতুনকৈ নিৰ্দ্ধাৰণ কৰা হ'ল। এইবাৰৰ ঠাই উত্তৰ গুৱাহাটীৰ ওচৰত। মিচাৰ প্ৰকল্প মিছা হ'ল।

ৰাজনীতিৰ মেৰ পাকত ঠায়েই সঠিক নিৰ্দ্ধাৰণ হোৱা নাই— অনুষ্ঠান বা কেতিয়া গঢ়ি উঠে? তেজপুৰৰ আবৰ্ত্ত ভৱনত সদস্যজনে কোৱা কথাই সঁচা হ'ব নেকি?

[কাহিনীটো একে নামেৰেই দৈনিক অসম বাতৰি কাকতৰ ১৯৯২ চনৰ ১৫ মাৰ্চ তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# অডিট

অডিট বুলিলে ভয় নকৰা বিষয়া বোধহয় কমেই আছে। অডিট বিষয়াৰ বিৰূপ প্ৰতিবেদনত নিলম্বিত হোৱাটো সাধাৰণ কথা, বহুত বিষয়া, কৰ্মচাৰী বৰ্খাস্তও হৈছে। ভালেমান অডিটৰৰ দৃষ্টিও শেণ দৃষ্টি, সামান্য কথাও চকুত নপৰাকৈ সাৰি যাব নোৱাৰে। এনে দৃষ্টিৰ কোপত অৱশ্যে দুই এক নিৰীহ বিষয়া কৰ্মচাৰীৰ লাটি ঘটিও নোহোৱা নহয়।

চাকৰি কালত মাজে মাজে অডিটৰ গল্প শুনিছিলো— বিশেষকৈ প্ৰশিক্ষণত থকা সময়ত। ধৰক, তিনি হাজাৰ মিটাৰ বা তাতোকৈ ওখ ঠাইত কেম্প কৰি থকা সৈন্য বাহিনীৰ জোৱান সকলক বিনামূলীয়াকৈ "ৰাম" যোগান ধৰাৰ ব্যৱস্থা আছে। এটা কেম্পত এনেদৰে জোৱান সকলৰ মাজত "ৰামৰ" বিনামূলীয়া যোগান চলি আছে। কিন্তু এবাৰ মিলিটাৰী অডিট বিভাগৰ অডিটৰ এজনে কেম্পৰ হিচাব পৰীক্ষা কৰিবলৈ আহি পালে যে কেম্পটোৰ উচ্চতা আচলতে তিনি হাজাৰ মিটাৰতকৈ আধা মিটাৰ কম। বচ, বুঢ়াৰ হাতৰ পৰা চেঙেলী যায় কত! এটা বিৰাট "অবজেক্সন" লিখি কেম্পৰ সৈন্যাধ্যক্ষৰ হাতত দিলে। অডিটৰজনে তেওঁৰ টোকাত আৰু লিখিলে যে "ৰাম"ৰ সম্পূৰ্ণ মূল্য এই কেম্প স্থাপন হোৱৰ দিনৰে পৰা ইয়াত যি সকল সৈন্যাধ্যক্ষ আছিল তেওঁলোকৰ পৰা আদায় কৰিব লাগে। আগৰ সৈন্যাধ্যক্ষ সকলৰ যি হয় হব, কিন্তু বৰ্তমান সৈন্যাধ্যক্ষ জনবেই এই হিচাবত লাখ টকাৰ ওপৰত ভৰণি হব। "অবজেক্সন" দেখি সৈন্যাধ্যক্ষৰ চুলিৰ আগে জীৱ গ'ল— মুখৰ মাত হৰিল।

সন্ধিয়া সৈন্যাধ্যক্ষ লেফটেনেন্ট কৰ্নেলজনক মূৰে কপালে হাত দি আমন-জীৱনকৈ অফিচাৰচ মেচত বহি থকা দেখি ডেকা লেফটেনেন্ট এজনে কি হৈছে শুধিলে। সৈন্যাধ্যক্ষই অডিটৰ আপত্তিৰ কথা উল্লেখ কৰি ইমান টকা ঘূৰাই দিব লাগিলে তেওঁৰ যে কি অৱস্থা হব সেই কথা ডেকা বিষয়া জনক জনালে। কথাটো শুনি ক্ষন্তেক নিৰবে থাকি ডেকাই ক'লে, "চাৰ, এই আপত্তিজনো চিন্তা কৰিবলৈ কি আছে? আপত্তিৰ প্ৰত্যুত্তৰত আমি লিখিম যে পৰম্পৰা অনুসৰি এই কেম্পত সকলো জোৱানে ঠিয় হৈ হে "ৰাম" পান কৰে।

আগতে কটন কলেজত শিক্ষকতা কৰা বন্ধু এজনৰ মুখত শুনিছিলো যে

এবাৰ গৰম বছৰৰ সময়ত গুৱাহাটী ৰেলষ্টেচনৰ পৰা কটন কলেজৰ প্ৰশাসনীয় ভৱনলৈ ডালেখিনি কাগজ পত্ৰ আনিবলগীয়া হৈছিল। দুবছৰ মান পাচত অডিট আহি আপত্তি তুলিলে যে সেই একে দুৰত্বতে কাগজ পত্ৰ আনিবৰ বাবে ৰিক্সা ভাড়া কেতিয়াবা ছয় অনা আৰু কেতিয়াবা আঠ অনা দিয়া হৈছে। কিয় এনে বিসঙ্গতি হৈছে সেই প্ৰশ্ন কৰাৰ লগতে অডিট নোটত অতিৰিক্ত দুই অনাকৈ ভৰা ৰিক্সাভাড়াৰ টকা ঘূৰাই লোৱাৰো হেনো নিৰ্দেশ আছিল। কটন কলেজৰ অধ্যক্ষ এজন যশস্বী শিক্ষক, এনে প্ৰশাসনীয় তথা অডিটৰ মেৰ পাকত তেওঁতো আগতে পৰা নাই। কাৰ পৰানো এতিয়া দুই অনাকৈ ধন আদায় কৰিব? কি কৰা যায় এই সম্পৰ্কে অন্যান্য প্ৰবক্তা সকলৰ লগতো আলোচনা হ'ল। আলোচনাত বন্ধুৱে অডিটৰ উত্তৰ যুগুত কৰাৰ দায়িত্ব ললে। বন্ধুজনে আপত্তিৰ উত্তৰত লিখিলে, "জহ কালি ৰ'দ উঠাৰ আগতে ষ্টেচনৰ পৰা কটনকলেজৰ প্ৰশাসনীয় ভৱনলৈ ৰিক্সাত আহিলে ৰিক্সাভাড়া ছয় অনা লয়, কিন্তু দুপৰীয়া ভৰ ৰ'দত আহিলে ভাড়া নূন্যতম আঠ অনা লয়।" পাচত অৱশ্যে ভৱিষ্যতলৈ এনে আপত্তি নুঠিবৰ বাবে 'ৰ'দ উঠকেই বা নুঠকেই' ৰিক্সাভাড়াৰ ৰচিদ সমৰূপ ভাবে এটকাকৈ লোৱাৰ সিদ্ধান্ত হ'ল।

মযো এবাৰ অডিটৰ কোপ দৃষ্টিত পৰিছিলো। ১৯৫৮ চনত। তেতিয়া মই কৰিমগঞ্জত ই,এ,চি অৰ্থাৎ অতিৰিক্ত সহকাৰী আযুক্ত। কৰিমগঞ্জ সীমামূৰীয়া মহকুমা। গোচৰৰ সংখ্যা বেচি আৰু জটিল। অন্যান্য মেজিষ্ট্ৰেট সকলৰ দৰে মোৰ আদালতৰো প্ৰায় ছয় শ মান ফৌজদাৰী মকৰ্দ্দমা। তাৰ উপৰিও মই যোগান বিভাগৰো ভাৰপ্ৰাপ্ত ই,এ,চি। সময়ে সময়ে ট্ৰেজেৰী বিষয়া হিচাবেও কাম কৰিব লাগে।

পূৰ্ব্বৰ চিলেট বা শ্ৰীহট্ট জিলাৰ পাচটা মহকুমাৰ ভিতৰত কৰিমগঞ্জ এটা মহকুমা আছিল। বাকী চাৰিটা মহকুমা হ'ল চিলেট, হবিগঞ্জ, সুনামগঞ্জ আৰু মৌলবী বাজাৰ। ১৯৪৭ চনৰ ইণ্ডিয়ান ইণ্ডিপেনডেন্স এক্ট অনুযায়ী যেতিয়া পূৰ্ব্বৰ ভাৰতবৰ্ষ দ্বি খণ্ডিত হৈ ভাৰত আৰু পাকিস্থান দুখন সাৰ্বভৌম ৰাজ্যৰ সৃষ্টি হ'ল তেতিয়া কৰিমগঞ্জ মহকুমাৰ এটা অংশ ভাৰতৰ ভাগত পৰে আৰু ই তেতিয়াৰ কাচাৰ জিলাত চামিল হয়। কৰিমগঞ্জ মহকুমাৰ বাকী অংশ বাকী চাৰিটা মহকুমাৰে সৈতে পাকিস্থানৰ অন্তৰ্ভূক্ত হয়।

অসম আৰু পূৰ্ব্ব পাকিস্তানৰ আন্তৰ্জাতিক সীমাৰ ডালেখিনি অংশ পূৰ্ব্বৰ অসম আৰু বঙ্গদেশৰ সীমা ধৰিয়েই আহিছে। পশ্চিমে এই সীমা কোচবিহাৰ, গোৱালপাৰা আৰু ৰংপুৰ জিলাৰ সংযোগ স্থলৰ পৰা কাচাৰ

আৰু চিলেট জিলাৰ, কুশিয়াৰা নদী ধৰি টৌকেৰগ্ৰামৰ পশ্চিমৰ, সংযোগ



ঠাইলৈ প্ৰায় অপৰিবৰ্ত্তিত। কিন্তু টৌকেৰগ্ৰামৰ পৰা ত্ৰিপুৰা সীমান্তলৈ অৰ্থাৎ যিটো অংশ ৰেডক্লিফ [চিৰিলজন ৰেডক্লিফ (১৮৯৪-১৯৭৭) বৃটেইনৰ এজন আগশাৰীৰ আইনজীবী আছিল। এওঁ ১৯৪১-৪৫ চনত তথ্য মন্ত্ৰণালয়ৰ সঞ্চালক প্ৰধান আৰু ১৯৪৭ চনত পাঞ্জাব আৰু বঙ্গদেশ সীমা আয়োগৰ অধ্যক্ষ আছিল।] এৱাৰ্ডে সামৰি লৈছে সেই অংশত পূৰ্ব্বৰ অসম আৰু বঙ্গদেশৰ সীমাৰ ভালেমান পৰিবৰ্ত্তন হৈছে। ৰেডক্লিফ এৱাৰ্ড স্পষ্ট নোহোৱা হেতুকে সীমান্তত বিবাদৰ সূত্ৰপাত হয়। বাগে ট্ৰিবিউনেলে [এলগট ফ্ৰেডৰিক জোহান বাগে (১৮৭৫-১৯৭১) চুইডেনৰ উকিল আৰু চুইডেনৰ উচ্চতম ন্যায়ালয়ৰ বিচাৰপতি (১৯৩০-৪৩) আছিল। ট্ৰিবিউনেলৰ অন্যান্য সদস্য সকল হ'ল মাদ্ৰাজ উচ্চ ন্যায়ালয়ৰ অৱসৰ প্ৰাপ্ত বিচাৰ পতি চন্দ্ৰ শেখৰ আয়াৰ আৰু ঢাকা উচ্চ ন্যায়ালয়ৰ বিচাৰ পতি চাহাবুদ্দিন।] এনে ভালে কেইটা বিবাদৰ সিদ্ধান্ত দিয়ে। এই ট্ৰিবিউনেলে ভাৰতৰ অন্যান্য কেইবোৰ দাবীৰে সৈতে কুশিয়াৰা নদীৰ স্ৰোত পথ সম্পৰ্কীয় দাবী মানি লয় আৰু পাথাৰিয়া পাহাৰ অঞ্চলত স্থিতাৱস্থা বাহাল ৰাখিবলৈ নিৰ্দ্দেশ দিয়ে। টৌকেৰ গ্ৰাম ৰেডক্লিফ এৱাৰ্ড আৰু বাগে ট্ৰিবিউনেলৰ সিদ্ধান্ত মতে কৰিমগঞ্জ মহকুমাৰ (বৰ্তমানৰ কৰিমগঞ্জ জিলা) অন্তৰ্গত।

টোকেৰ গ্ৰাম, কৰিমগঞ্জ— বদৰপুৰ ঘাই গড়কাপ্তানী পথৰ ভাঙ্গা নামৰ ঠাইৰ ওচৰত। ভাঙ্গাৰ পৰা উত্তৰ ফালে যোৱা পথ এটাৰে অলপ দূৰ গলেই শান্তি বাবুৰ কাঠৰ মিল। শান্তিবাবু ভাঙ্গাৰ এজন মুখিয়াল আৰু সন্মানিত লোক। মিলৰ পৰা অলপ দূৰত উত্তৰ ফালে টোকেৰ গ্ৰাম। কুশিয়াৰা নদীয়ে শ্ৰোত পথ কিছু সলনি কৰাত গাওঁ খনৰ দক্ষিণ ফালেদি কুশিয়াৰাৰ এটা সুঁতি বৈ গৈছে। ঘাই গড়কাপ্তানী পথ আৰু শান্তিবাবুৰ মিললৈ যোৱা সংযোগ স্থলৰ দক্ষিণ ফালে আঢ়ৈশ-তিনিশ ফুটমান দূৰৈত ভাঙ্গা ৰেল ষ্টেচন।

টোকেৰগ্ৰামৰ ওপৰত পাকিস্তানৰ চকু ভালেদিনৰ। এদিন হঠাতে খবৰ পালো যে টোকেৰগ্ৰাম পাকিস্তানী সৈন্যই দখল কৰি "বাংকাৰ' আদি খান্দিছে। দুয়ো ফালৰ পৰীয়া চকিৰ মাজত গুলীয়া গুলীও ইতিমধ্যে আৰম্ভ হৈছে।

ভাঙ্গা অঞ্চলত হাহাকাৰ। সীমান্তত থকা পৰিয়ালবোৰে ঘৰ-দুৱাৰ এৰি বেলে-মটৰে নিৰাপদ ঠাইলৈ যাবলৈ আৰম্ভ কৰিছে। শান্তি বাবু নিজে ভাঙ্গাতে আছে যদিও পৰিয়াল নিৰাপদ ঠাইলৈ পঠিয়াইছে। অসামৰিক প্ৰশাসনৰো দৌৰাদৌৰি লাগিছে, সীমান্তবৰ্ত্তী পৰিয়ালবোৰক বিপদজনক ঠাইৰ পৰা আঁতৰাই নিয়া, বিএচএফ আৰু সেনাবাহিনীৰ লগত সঘনে যোগাযোগ ৰখা, ইত্যাদি এশ-এবুৰি কাম আগত আহি পৰিছে।

জিলাৰ উপায়ুক্ত শ্ৰীপৰমাশিৱমৰ পৰা টেলিফোন আহিল যে ভাঙ্গাত গুলীয়া-গুলীৰ বাবে পথ আৰু ৰেল সংযোগ বিচ্ছিন্ন হ'লে ভাঙ্গাৰ পূৱ ফালে থকা অঞ্চল সমূহত কৰিমগঞ্জৰ পৰা খাদ্য যোগান ধৰা টান হ'ব, সেয়ে ভাঙ্গা আৰু বদৰপুৰৰ মাজত তিনি চাৰিটা মান সুবিধাজনক ঠাইত অন্ততঃ দহ-বাৰ দিন মানৰ জোখাৰে চৰকাৰী চাউল মজুত ৰখাৰ বন্দবস্ত কৰিব লাগে যাতে সঙ্কট কালত এনে ঠাইৰ পৰাই চাউল বিতৰণ কৰিব পৰা যায়। যোগান বিভাগৰ দায়িত্বত থকা বাবে এই নিৰ্দেশ কাৰ্য্যকৰী কৰাৰ ভাৰ মোৰ ওপৰত পৰিল। যোগান শাখাৰ উচ্চ বৰ্গৰ সহায়ক (৺)ৰাধিকা চক্ৰবৰ্ত্তী আৰু কেইজনমান কৰ্মচাৰীৰ অক্লান্ত পৰিশ্ৰমত, তিনি ঠাইত অস্থায়ী গুদাম ঘৰ বন্দবস্ত কৰাৰে পৰা আৰম্ভ কৰি কৰিমগঞ্জ বজাৰত কুশিয়াৰা নদীৰ পাৰত থকা চৰকাৰী 'লাল গুদাম'ৰ পৰা লাগতীয়াল চাউল সেই অস্থায়ী গুদাম ঘৰবোৰলৈ স্থানান্তৰিত কৰা কাম প্ৰায় ২৪ ঘণ্টাত সমাধা কৰা হ'ল।

আগষ্ট মাহৰ এটা নিৰ্দিষ্ট তাৰিখত (সম্ভৱ তাৰিখটো ৫ আগষ্ট আছিল) টোকেৰগ্ৰামত থকা পাকিস্তানী সৈন্যৰ ওপৰত ভাৰতীয় সৈন্যই সক্ৰিয়া এটা গুৰুত্বপূৰ্ণ আক্ৰমণ চলায়। এই আক্ৰমণৰ দুঘণ্টা মানৰ ভিতৰতেই টোকেৰগ্ৰাম

পুনৰ আমাৰ দখললৈ আহে।

এই ঘটনাৰ ১৫-২০ দিনমান পাচত ভাঙ্গাৰ পূব ফালে তিনিখন গাওঁত ৰখা চাউল পুনৰ কৰিমগঞ্জৰ চৰকাৰী লাল গুদামলৈ অনা হয়। অস্থায়ী গুদামৰ পৰা চাউল বিতৰণ কৰিব লগা নহল। এনেদৰে চাউল অনা নিয়াৰ বাবদ প্ৰায় ২,২০০ টকা গাড়ী ভাড়া আৰু গুদাম ভাড়া বাবদ দেৰশমান টকা খৰচ হ'ল।

কিছুদিন পাচত কৰিমগঞ্জ মহকুমাধিপতিৰ অফিচৰ হিচাব পৰিদৰ্শন কৰিবলৈ আহিল অডিট। সীমান্তত তেতিয়া কোনো হাই কাজিয়া নাই সকলো শান্ত। দুদিনমান হিচাব পৰীক্ষাৰ পাচতেই অডিটে লিখিলে— চাউল অনা-নিয়া কৰাৰ বাবদ আৰু অস্থায়ী গুদাম ভাড়াৰ বাবে কৰা খৰচ কৰ্তৃত্ব বিহীন আৰু এই খৰচ অযথা বাবে এই টকা আদায়ৰ ব্যৱস্থা লব লাগে। অডিটৰ টোকাত কাৰ পৰা এই ধন আদায় কৰিব লাগে সেই কথা স্পষ্ট ভাবে নকলেও ময়ো যে এজন জগৰীয়া তাত সন্দেহ নাই।

বৰ খং উঠিল। ইমান খাটি মেলি এইটোহে হ'ল। মহকুমাধিপতিয়েও দেখোন উপায়ুক্তৰ হুকুমৰ কথা জানে, তেওঁনো অডিটক কোৱা নাই কিয়? প্ৰাথমিক আপত্তি তালিকা (প্ৰিলিমিনেৰী অবজেক্সন চিট্) অডিটে মহকুমাধিপতিৰ লগত আলোচনা কৰোতে ময়ো উপস্থিত আছিলো। আমাৰ বক্তব্য হ'ল যে উপায়ুক্ত বা চৰকাৰৰ কোনো লিখিত হুকুম নাছিল সঁচা, কিন্তু যি পৰিস্থিতিত চাউল ভিন্ ভিন্ ঠাইত ৰখাৰ নিৰ্দেশ উপায়ুক্তই দিছিল, সেই সময়ত লিখিত হুকুম বিচৰাৰ পৰিস্থিতি নাছিল। হিচাব পৰিদৰ্শকক আৰু ক'লো যে মহকুমাধিপতিৰ যোগান শাখাৰ বিষয়া কৰ্মচাৰী বলিয়া হোৱা নাই যে ট্ৰাকত এঠাইৰ পৰা আন ঠাইলৈ চাউল লৈ ঘূৰি ফুৰি নিজে আনন্দ লভিব বা চৰকাৰক খৰচান্ত কৰিব। এই যুক্তি দিয়াৰ পাচত আমি সকলোৱে আশা কৰিছিলো যে চূড়ান্ত অডিট নোটৰ আপত্তিৰ পৰা এইটো আপত্তি বাদ পৰিব।

ভালেদিনৰ পাচত চূড়ান্ত অডিট নোট আহিল, কিন্তু ভবা মতে কাম নহ'ল। এইটো আপত্তিয়েও চূড়ান্ত অডিট নোটত ঠাই পালে। অৱশ্যে কৰ্তৃত্ব নোহোৱাকৈ নিয়া কথাটোৰ ওপৰত চূড়ান্ত নোটত বেচি জোৰ দিয়া হৈছে।

পিচত বা কি বিধিনি ঘটায় সেয়ে গম নকৰি মহকুমাধিপতিৰ অনুমতি লৈ এদিন উপায়ুক্তক চিলচৰত তেওঁৰ কাৰ্য্যালয়ত দেখা কৰিলো আৰু সকলো কথা ক'লো। তেওঁ শুধিলে যে পিচত তেওঁ এই সম্পৰ্কে লিখিত হুকুম পঠোৱা নাছিল নেকি? নাই পঠোৱা বুলি কোৱাত তেওঁ মোক ক'লে যে

ভবিষ্যতে কোনোবাই মৌখিক নির্দেশ দিলে, সেই নির্দেশ উল্লেখ কৰি তুমিয়েই সেই নির্দেশৰ ওপৰত কিনো ব্যৱস্থা গ্ৰহণ কৰিলা, নির্দেশ দিওঁতা জনক লিখিত ভাবে জনাবা। এই ক্ষেত্ৰতো তুমি তেনে কৰা হ'লে অসুবিধা নাপালোহেতেন। এই কথা কৈ মই লগত নিয়া অডিট নোটটো চাই তেও একাউণ্টেণ্ট জেনেৰেললৈ মোৰ সমুখত এজনক এখন চিঠিৰ শ্ৰুতলিপি দিলে আৰু লিখিলে যে সেই সময়ৰ কৰিমগঞ্জ মহকুমাৰ পৰিস্থিতিৰ সন্দৰ্ভত দিয়া তেওঁৰ নির্দেশ মতেহে এই কাম কৰা হৈছিল।

চিঠিৰ নকল এটা ময়ো লগত আনিলো। ঘূৰি আহোতে বাটত ভাবিছো— কথাটো হয়, মই উপায়ুক্তৰ নির্দেশ পালন কৰিলো যদিও লিখিত ভাবে নির্দেশ যে পালন কৰিলো বা কাৰ্য্যকৰী কৰিলো সেই কথাটো তেওঁক জনোৱা নাছিলো। তেনে এখন চিঠি লিখা হ'লে অডিটে উপায়ুক্তৰ হুকুমতযে এই কাম কৰিছিলো, বুজিলেহেতেন।

ভবিষ্যতলৈ এনে ভুল নকৰো বুলি শপত খালো।

মোৰ ক্ষেত্ৰত মৌখিক নির্দেশ দিওঁতা জন বিষয়া আৰু বিশেষকৈ শ্ৰীপৰমাশিৱমৰ দৰে এজন ন্যায়নিষ্ঠ বিষয়া আছিল বুলি বেচি অসুবিধা নহ'ল। দুই এক ক্ষমতাত থকা ৰাজনৈতিক ব্যক্তিৰ মৌখিক হুকুম শুনি অথচ পিচত লুটি বাগৰ মাৰি তেনে হুকুম দিয়া বুলি অস্বীকাৰ কৰা বাবে কোনো কোনো বিষয়া ডাঙৰ সঙ্কটত পৰাৰো উদাহৰণ আছে।

[কাহিনীটো একে নামেৰেই দৈনিক অসম বাতৰি কাকতৰ ১৯৯২ চনৰ ২৩ ফেব্ৰুৱাৰী তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# শেষ ৰক্ষা

১৯৭৯ চনৰ মাৰ্চ মাহত ৰাজনৈতিক বিভাগত অফিচাৰ অন্ স্পেচিয়েল ডিউটি হিচাবে যোগদান কৰাৰ সময়ত মোৰ কাম-কাজ প্ৰধানকৈ আছিল— আন্তঃ ৰাজ্য সীমা বিবাদকে ধৰি সকলো ধৰণৰ সীমা সম্পৰ্কীয় বিষয় চোৱা। দিন যোৱাৰ লগে লগে আৰু বিশেষকৈ অসম আন্দোলনে মূৰ ডাঙি উঠাৰে পৰা কামৰ পৰিসৰ বৃদ্ধি পাবলৈ ধৰিলে। সীমা আৰু আন্দোলন সম্পৰ্কীয় সকলো ধৰণৰ ৰাজনৈতিক বিষয়বোৰ চোৱাৰ উপৰিও ভাৰত চৰকাৰলৈ ৰাজ্যখনৰ ঘটনা সম্পৰ্কে দিনে চমুকৈ খবৰ— প্ৰথমে আগবেলা এবাৰ, পাচলৈ দুবাৰ— এবাৰ আগবেলা এবাৰ সন্ধিয়া, আৰু এসময়ত তিনিবাৰকৈ প্ৰস্তুত কৰি বেতাৰ বাৰ্ত্তা পঠোৱাৰ দায়িত্বও মোৰেই আছিল। তিনিবাৰকৈ খবৰ পঠিয়াবলগীয়া হোৱা সময়ত আগবেলা আৰু সন্ধিয়া ৰাজ্যখনত ঘটা ঘটনা সমূহৰ বিষয়ে নিয়মিত ভাবে জনোৱাৰ উপৰিও দুপৰীয়া স্থানীয় বাতৰি কাকতত সেইদিনা আন্দোলন আৰু আন্দোলন সম্পৰ্কীয় ওলোৱা বিভিন্ন মতামতৰ চমুটোকা পঠাবলগীয়া হৈছিল। বিভিন্ন জিলা কৰ্তৃপক্ষ আৰু আৰক্ষী উৎসৰ পৰা অহা বাতৰি সমূহ চালি-জাৰি আগবেলা আৰু সন্ধিয়া ভাৰত চৰকাৰলৈ পঠোৱা বেতাৰ বাৰ্ত্তা প্ৰস্তুত কৰা হৈছিল আৰু বিভিন্ন স্থানীয় বাতৰি কাকতত ওলোৱা মতামত দিনটোৰ বাতৰি কাকত সমূহ চাই প্ৰস্তুত কৰিবলগীয়া হৈছিল। এই কামত অৱশ্যে জন সংযোগ বিভাগৰ এজন বিষয়াইও বিশেষ ভাবে সহায় কৰিছিল। জিলা কৰ্তৃপক্ষ আৰু আৰক্ষী উৎসৰ পৰা অহা বেতাৰ বাৰ্ত্তাবোৰ আৰক্ষী "ডিচ্প্যাচ্ ৰাইডাৰে" দিনে-নিশাই ঘৰত অথবা অফিচৰ সময়চোৱাত বাৰ্ত্তা আহিলে অফিচতে দি আহিছিল।

সেই সময় চোৱাত প্ৰায়েই অসম বন্ধ, আৰু কাৰ্য্যালয় সমূহত পিকেটিং বা অসহযোগ চলি থাকিলেও মই যেনে তেনে শিলপুখুৰীত থকা মোৰ ঘৰৰ পৰা দিচপুৰৰ সচিবালয়লৈ অহা যোৱা কৰি আছিলো। এই দুবছৰ চোৱা কেতিয়াবা চাইকেলত, কতিয়াবা পুলিচৰ গাড়ীত উঠি, কেতিয়াবা মেজিষ্ট্ৰেটৰ গাড়ীত, কেতিয়াবা উজানবাজাৰলৈ খোজ কাটি আৰু তাৰ পৰা আন এজন বিষয়াৰ লগত পুলিচৰ গাড়ীত উঠি— যেতিয়া যিটো সুবিধা— তেনেকৈ

অতিক্ৰম কৰিছিলো। কেতিয়াবা আগদিনাই গৈ এচেম্বলী হোষ্টেলত থাকিও পিচদিনা অফিচত উপস্থিত হৈছিলো। এই সময় চোৱাত বৰ মানসিক অশান্তিত ভুগিছিলো। এফালে অফিচলৈ অহা যোৱা কৰাৰ চিন্তা আৰু অহা যোৱাত শাৰীৰিক কষ্ট আৰু আনফালে চাকৰিৰ চিন্তা। চাকৰি কৰিছোৱেই যেতিয়া চৰকাৰী নিৰ্দেশ মানি চলাতোৱেই উচিত হ'ব বুলি ভাবিছিলো।

এদিন পুৱা অফিচলৈ যাবৰ সময়ত বাহিৰৰ বাৰান্দাত অলপ কোঢ়াল যেন শুনিলো। ওলাই আহি দেখো যে বাৰ-পোন্ধৰ গৰাকী মান ভদ্ৰ মহিলা। তেখেতসকলৰ মাজত দেখো মোৰ শাহু আৰু অসম চৰকাৰৰ আৰু এগৰাকী উচ্চ পদস্থ বিষয়াৰ শাহুৱেকো আছে। প্ৰায় আটাই কেইগৰাকী ভদ্ৰ মহিলাকে চিনি পাওঁ। কোনো পাতনি নেমেলাকৈ পোনে পোনেই তেখেত সকলে কলে যে মোক তেখেত সকলে সেইদিনা অফিচলৈ যাবলৈ নিদিয়ে, মোক হেনো ঘেৰাও কৰিছে। তেতিয়া পুৱা ৯ বাজি গৈছে। নানা কাকুতি মিনতি আৰু চৰকাৰী কৰ্ত্তব্যৰ কথা ক'লো। ক'লো যে মই অকল অফিচলৈ নোযোৱাই নহয় চাকৰিও ইস্তফা দিবলৈ ৰাজী— যদিহে মই ইস্তফা দিলে বিদেশী নাগৰিকৰ সমস্যা সমাধান হয়। কথা কৈ যেতিয়া সৈমান কৰাব নোৱাৰিলো তেতিয়া ক'লো যে তেখেতসকলক ঠেলা হেচা কৰি অফিচলৈ মই নাযাওঁ। চকী, বেঞ্চ য'ত যি আছিল বাহিৰৰ বাৰান্দালৈ উলিয়াই সকলোকে বহিবলৈ দি মই ভিতৰ সোমালো। পৰিবাৰে কিছুপৰ পাচত তেখেতসকলক চাহো যাচিলে।

ইতিমধ্যে বিভিন্ন জিলা কৰ্ত্তৃপক্ষ আৰু আৰক্ষী উৎসৰ পৰা বেতাৰ বাৰ্ত্তা আহিবলৈ আৰম্ভ কৰিছে। আগদিনা নিশাও কেইটামান বেতাৰ বাৰ্ত্তা আৰক্ষীৰ লোকে ঘৰত দি গৈছে। ঘৰতে সেই বাৰ্ত্তাবোৰ লৈ আগবেলা ভাৰত চৰকাৰলৈ পঠিয়াবলগীয়া বাৰ্ত্তা প্ৰস্তুত কৰিবলৈ আৰম্ভ কৰিলো। দহ বজাৰ লগে লগে কৰ্মচাৰী প্ৰশাসন বিভাগৰ সচিবক অফিচলৈ যোৱাৰ অসুবিধাৰ কথা জনালো। ক'লো যে পলমকৈ হ'লেও অফিচলৈ এবাৰ যেনে তেনে যাবলৈ যত্ন কৰিম।

সেই সময়ত অসমত ৰাজ্যপালৰ শাসন। সচিবে ৰাজ্যপালৰ উপদেষ্টাক মহিলা সকলে যে মোক ঘৰতে ঘেৰাও কৰিছে সেই বিষয়ে জনালে। কিছুসময় পাচত সচিবৰ পৰা টেলিফোন আহিল। শুধিলে মোক অফিচলৈ নিবৰ বাবে চি,আৰ,পি পঠাব লাগিব নেকি? ক'লো, 'পুলিচ পঠাব নালাগে— ঘৰৰ পৰাই যিমান খিনি পাৰো অত্যাৱশ্যকীয় কামখিনি কৰিম। মোক নিবলৈ পুলিচ আহি মহিলাক ঠেলা হেচা কৰিলে বা গাত হাত দিলে সি এক

নতুন অধ্যায়ৰ পাতনি মেলিব আৰু মই সেই অধ্যায়ৰ উপলক্ষ হ'ব নিবিচাৰো।' আগবেলা পঠিয়াবলগীয়া বাৰ্ত্তা প্ৰস্তুত কৰি "ডিচ্‌প্যাচ্‌ ৰাইডাৰ"ৰ যোগেদিয়েই সেই বাৰ্ত্তা বেতাৰ কেন্দ্ৰৰ যোগেদি প্ৰেৰণৰ বাবে পঠালো। স্থানীয় প্ৰায় সকলো বাতৰি কাকতো ইতিমধ্যে ঘৰলৈ আৰক্ষীৰ জৰীয়তেই আহি পাইছো আৰু দুপৰীয়া পঠিয়াবলগীয়া বাৰ্ত্তাও আৰক্ষীৰ যোগেদিয়েই বেতাৰ কেন্দ্ৰলৈ পঠালো।



দুইমান বজাতে দেখিছো মহিলাসকল ঘৰৰ বাৰান্দাত বহি আছে। পাচত এবাৰ মই কি কৰি আছো বুলি সোমাওঁত পৰিবাৰে শুই আছে বুলি ক'লে। তেতিয়া আৰু অফিচলৈ যোৱা সময় নাই বুলি মহিলা সকল আঠোমান বজাত ঘৰাঘৰি গ'লগৈ। মহিলা সকল যোৱা খবৰ পাই মযো অলপ পাচতে মোৰ কাষৰ মানুহ ঘৰৰ চৌহদৰ মাজেদি গৈ তেওঁলোকৰ পিচফালৰ চাপৰ পকাৰ দেৱালখন পাৰহৈ সিফালৰ পেট্ৰল পাম্পটো পালোগৈ। তাতে আৰক্ষীৰ জীপ গাড়ী এখন পাই প্ৰায় ৩ মান বজাত অফিচ পালোগৈ।

পিচদিনাও আগদিনাৰেই পুনৰাবৃত্তি। সেই দিনা অৱশ্যে মোৰ শাহু অহা নাছিল। সেইদিনা দুপৰীয়া প্ৰায় ১ মান বজাত মহিলা সকল গ'লগৈ। মযো মহিলা সকল যোৱাৰ পাচত আগদিনাৰ দৰেই পকা দেৱাল পাৰহৈ, পলমকৈ হলেও কাৰ্য্যালয়ত উপস্থিত হ'লো। এনেদৰে আৰু দুদিন লুকাভাকু চলিল। এদিন সেই মহিলাৰ দল দুপৰীয়া ১২ মান বজাত ঘৰৰ পৰা যোৱাত মই আগৰ কেইদিনৰ দৰেই অফিচলৈ গ'লো। সন্ধিয়া ঘৰলৈ ঘূৰি আহি শুনো যে দলৰ কেইগৰাকীমান মহিলা হেনো ৩ মান বজাত পুনৰ আমাৰ ঘৰলৈ আহিছিল। মোৰ বিষয়ে সোধাত পৰিবাৰে ক'লে যে যোৱাও উঠাই লোৱাৰ পাচত তেওঁ অফিচলৈ গ'ল। পিচদিনা দলটোৰ কেইগৰাকীমান মহিলা পুৱা ৯ বজাত আকৌ ঘৰত উপস্থিত হ'ল। আগৰ দিনা মই কিয় অফিচলৈ গৈছিলো বুলি সোধাত ক'লো যে ঘেৰাও উঠাই লোৱা অৰ্থাৎ তেখেত সকল যোৱাৰ পাচত মই অকল আগদিনাই নহয়, সদায়েই অফিচলৈ গৈ আছো। মহিলা কেইগৰাকীয়ে মই "সংশোধনৰ বাহিৰ" বুলি ধৰি হতাশমনে গ'লগৈ। ইয়াৰ পিচত তেখেত সকলে মোৰ ঘৰ আৰু ঘেৰাও কৰা নাছিল।

মই এনেদৰে অবাধ্য আচৰণ কৰা দেখি শাহুৱে মনে মনে বোধহয় মোৰ প্ৰতি কিছু বিৰক্ত হৈছিল। মোৰ ঘৰলৈ শাহুৰ অহাও ভালেখিনি পাতলিছিল। মই ইতিমধ্যে থকা ঘৰ জু-নাৰেঙ্গী পথৰ সমীপৱৰ্ত্তী নাৰিকল বস্তিলৈ সলনি কৰিছো। পদবীটো সলনি ঘটিছে। ১৯৮১ চনৰ মাৰ্চ মাহত যোগান বিভাগৰ যুটীয়া সচিব হিচাবে মোৰ দিচপুৰতে বদলি হয় আৰু ১৯৮২ চনৰ জানুৱাৰী মাহত মই সমবায় সমিতি সমূহৰ পঞ্জীয়ক হিচাবে বদলি হওঁ।

সমবায়ৰ পঞ্জীয়কৰ অফিচ লাখটকীয়াত। নাৰিকল বস্তিৰ পৰা ভালেখিনি নিলগত। অসম বন্ধ, অসহযোগ, "জনতা কাৰফিউ" ইত্যাদিত অফিচত উপস্থিত হোৱা বৰ কষ্টকৰ। কেতিয়াবা গীতানগৰ থানালৈ খোজকাঢ়ি আহি তাৰ পৰা সুবিধা হ'লে পুলিচৰ গাড়ীত উঠি নহলে খোজকাঢ়িয়েই তেনে দিনত লাখটকীয়াৰ কাৰ্য্যালয়লৈ অহা-যোৱা কৰিছো।

এদিন এখন বিয়া উপলক্ষে শাহুৰ ঘৰলৈ অহাত তাতেই নিশা বৰ ৰৰ উঠিল। সেয়ে ৰাতি আৰু ঘৰলৈ যোৱা নহল। পিচদিনা অসমবন্ধৰ কাৰ্য্যসূচী। শাহুৰ ঘৰৰ পৰা লাখটকীয়ালৈ অপেক্ষাকৃত ভাবে কম দূৰ। দুপৰীয়া গা অলপ ভাল পোৱা যেন দেখি চেন্দেল জোৰ পিন্ধিয়েই অফিচ ওলালোগৈ। সেই সময়ত চৰকাৰী অফিচত কৰ্মচাৰীৰ হাজিৰা লোৱাৰ এটা ব্যৱস্থা চৰকাৰে কৰিছিল। অসম বন্ধ বা অসহযোগ আদিৰ দিনা এজন মেজিষ্ট্ৰেটে পুলিচ

সহ অফিচে অফিচে ঘূৰি এবাৰ আগবেলা ১১ মান বজাত আৰু এবাৰ পিচবেলা ৩ মান বজাত অফিচত কিমান বিষয়া, কৰ্মচাৰী উপস্থিত আছে তাৰ হিচাব লৈছিল। সময়ে সময়ে পৰিস্থিতি বুজি কৰ্মচাৰী উপস্থিত থাকিব নোৱাৰাটো কিছু পৰিমাণে মাৰ্জনীয় আছিল যদিও অফিচৰ মুৰব্বীজন উপস্থিত নথকাটো পৰম দোষনীয় আছিল। অহা যোৱাত কষ্ট আৰু খৰচ্ কেতিয়াবা লঘু হোৱাৰ আশা দেখি আমাৰ এজন যুটীয়া পঞ্জীয়কে অফিচৰ ওপৰ মহলাৰ পিচফালাৰ কোঠা এটাত প্ৰায় ১৫ দিন ধৰি আছিলেই। অফিচৰ নেপালী চকিদাৰ জনেই তেওঁক দুবেলা আহাৰৰ যোগান ধৰিছিল। তেওঁৱে অফিচতে আছে মযো প্ৰথমে জনা নাছিলো।

দিনত শাহুৰ ঘৰত মোৰ বিচাৰ খোচাৰ লাগিছে। ভাত পানী নোখোৱাকৈ বা ক'লৈ গ'ল! আবেলি ঘূৰি আহি অফিচলৈ যোৱা বুলি কোৱাত শাহুৰ যে পেটে পেটে ভীষণ খং উঠিছে বুজিবলৈ বাকী নাথাকিল।

কিছুদিন পাচত আকৌ অসম বন্ধৰ ঘোষণা ওলাল। এই বাৰ জনতা কাৰফিউও। লাহে লাহে নিৰ্দিষ্ট তাৰিখ ওচৰ চাপিল। দিচপুৰত অফিচ হোৱা হ'লে এচেম্বলী হোষ্টেলতে কিবা কৰি নিশাটো কটাই পিচদিনা অফিচ কৰিলোহেতেন, কিন্তু লাখটকীয়াতটো তেনে সুবিধা নাই। কেনেকৈ অফিচলৈ যাম সেই কথা ভাবি ৰক্তচাপ বাঢ়িবলৈ ধৰিলে। চৰকাৰী চাৰ্কিয়াল আঠুৱাৰ তলৰ ম'হৰ দৰে। চৰকাৰৰ যেতিয়া ইচ্ছা মাৰিব পাৰে। জনতা কাৰফিউৰ আগদিনা নিশা প্ৰায় ৯ মান বজাত ঘৰতে ভাত পানী খাই চৰকাৰী গাড়ী খনেৰে শাহুৰ ঘৰ পালোগৈ। উদ্দেশ্য ৰাতিটো তাতে থাকি ধলপুৱাতে খোজকাঢ়ি অফিচলৈ যাম। এবাৰ ভাবিছিলো যে যুটীয়া পঞ্জীয়কৰ দৰে ৰাতিটো অফিচতে কটাম, পিচে, বিচনাপত্ৰ নিয়াৰ হেলাতে অফিচত নথকাটোৱেই ঠিক কৰিলো। শাহুৱে কিন্তু মোৰ উদ্দেশ্য শুনি চিন্তিত হ'ল। গম্ভীৰ ভাবে ক'লে "এনে কথা হব নোৱাৰে। মোৰ ঘৰত থাকি পিচদিনা অফিচলৈ যোৱা বুলি ওচৰ চুবুৰীয়াই জানিলে তেওঁলোকৰ আগত মুখ উলিয়াব নোৱাৰা হম।"

নিশা ঘৰলৈ উভটি নাহিলো। ৰাতিটো ষ্টেডিয়াম গেষ্ট হাউচত থাকি পিচদিনা অফিচলৈ গ'লো। পল্টন বজাৰ অঞ্চলত জনতা কাৰফিউৰ প্ৰভাব পৰা নেদেখিলো। নিশাটো গেষ্ট হাউচত থকাত এশ টকা খৰচ হ'ল। কষ্টেৰে উপাৰ্জন কৰা ধন। জানো, চৰকাৰৰ পৰা সেই এশ টকা ঘূৰাই পাবলৈ দাবী কৰিব নোৱাৰো।

দিন বাগৰিল। নতুন চৰকাৰ হ'ল, কিন্তু দেখিলো যে যি শাহু অতি উদ্যমী আছিল তেওঁক যেন ক্ৰমান্বয়ে হতাশাই আগুৰি ধৰিছে। সভাই সমিতিয়ে

নোযোৱা হ'ল, ঘৰতো কিতাপ পত্ৰ লৈয়েই ব্যস্ত থকা হ'ল। শাহুৱে দুই এখন পুথিও লিখিছে। ময়ো ইতিমধ্যে চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈছো। অৱসৰৰ পাচত পেশা— শিক্ষিত নিবনুৱা। মই অৱসৰ লোৱাৰ পাচত শাহু মোৰ ঘৰলৈ প্ৰায়েই আহে— অসমীয়া, বঙালী কিতাপ আৰু আলোচনী সময়ে সময়ে পঢ়িবলৈ নিয়ে। আন্দোলনৰ সময়ৰ কথাও মাজে মাজে পাতে।

শাহু অতি সৰল মনৰ। দেশৰ মঙ্গল হ'ব বুলি ভাবিয়েই চুবুৰীৰ আৰু কেইগৰাকীমান ভদ্ৰ মহিলাৰ সৈতে আন্দোলনত অংশ গ্ৰহণ কৰিছিল। অসম চুক্তিৰ সফল ৰূপায়ণ হ'ব বুলি তেওঁ নিশ্চিত আছিল। কিন্তু যেতিয়া দেখিলে যে চুক্তিক বাহন ৰূপে ব্যৱহাৰ কৰা বহুতেই চুক্ত ৰূপায়ণৰ দায়িত্ব গ্ৰহণ কৰা দূৰৰ কথা, মন কাণ দিবলৈকে এৰি দিলে, তেতিয়াহে তেওঁ বুজিলে যে. বিভিন্ন দলীয়া কাৰ্য্যক্ৰম অথবা আৰ্থ সামাজিক ব্যৱস্থাৰ বক্তৃতা মিছা— সঁচা মাথোন এক সূত্ৰী কাৰ্য্যক্ৰমহে। এই এক সূত্ৰী কাৰ্য্যক্ৰম হ'ল— চলে বলে কৌশলে কেনেকৈ ক্ষমতাত তিস্থি থাকি নিজৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিব পাৰি। অন্য কথাত "লিভ এণ্ড লেট ডাই"। শাহুৱে এনে বিপৰীত পৰিস্থিতিৰ কথা চিন্তা কৰিব পৰা নাছিল। সেয়ে মনত বৰ আঘাট পাইছিল।

[কাহিনীটো একে নামেৰেই দৈনিক অসম বাতৰি কাকতত ১৯৯২ চনৰ ৮ মাৰ্চ তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# নেতা

শুনা কথা যদিও সত্য ঘটনা। কুসুম ফুকন ডাঙৰীয়া তেতিয়া কৰিমগঞ্জ মহকুমাৰ মহকুমাধিপতি তথা মহকুমা মেজিষ্ট্ৰেট। মহকুমাৰ অন্যান্য মেজিষ্ট্ৰেট সকলৰ ভিতৰত ভুবনেশ্বৰ গোস্বামী ডাঙৰীয়াও এজন। মেজিষ্ট্ৰেট হলেও গোস্বামীৰ পোষাক পৰিচ্ছদ অতি সাধাৰণ আছিল। কাছাৰীত পেণ্ট-চাৰ্ট পিন্ধি আহিলেও বাহিৰত সাধাৰণতে তেওঁ ধুতি আৰু পাঞ্জাবী চোলা পিন্ধিয়েই যুৰা চকা কৰিছিল। কোনোবাই চিনাকি কৰি নিদিলে মেজিষ্ট্ৰেট বুলি জনা টান আছিল। মেজিষ্ট্ৰেট হিচাবে গোচৰ বিচাৰ কৰাৰ উপৰিও গোস্বামীয়ে সেই সময়ত ট্ৰেজাৰী অফিচাৰৰ দায়িত্বও বহন কৰিছিল।

মই যি সময়ৰ কথা কৈছোঁ, সেই সময়ত ট্ৰেজাৰী বিষয়াৰ সুকীয়া 'কেডাৰ' নাছিল, জিলা বা মহকুমাত থকা মেজিষ্ট্ৰেট সকলৰেই কোনো এজনে জিলা বা মহকুমা ট্ৰেজাৰীৰ ট্ৰেজাৰী বিষয়া হিচাবে ট্ৰেজাৰীত অকল বিল পাচ কৰাই নহয়, টকা পইচাৰ লেন-দেনো কৰিব লাগিছিল।

এদিন দিনৰ প্ৰায় বাৰ মান বজাত গোস্বামীয়ে ট্ৰেজাৰীত কাম কৰি থকা অৱস্থাত কাষৰ একাউনটেণ্টৰ টেবুলৰ সমুখত এজন ভদ্ৰলোকে অত্যন্ত উত্তেজিত হৈ তেওঁৰ বিলৰ টকা পোৱাত আৰু কিমান পলম হব সোধে। কৰিমগঞ্জৰ ট্ৰেজাৰী থকা ঘৰটোত সেই সময়ত ষ্ট্ৰং ৰুমত বাদে অন্য সুকীয়া কোঠা নাছিল। সেয়ে হল ঘৰটোতে ট্ৰেজাৰী অফিচাৰকে ধৰি ট্ৰেজাৰীৰ সকলো কৰ্মচাৰী বহিছিল। উত্তেজিত হৈ প্ৰশ্ন কৰা ভদ্ৰলোক জন ক্ষীণ, পোষাক পৰিচ্ছদ সম্ভ্ৰান্ত মুছলমান সম্প্ৰদায়ৰ লোকৰ দৰে। কিন্তু ভদ্ৰলোকৰ শিৰ আৰু ডিঙি পি,এল,ও নেতা য়াচেৰ আৰাফটে লোৱাৰ দৰে চাৰিকোণীয়া ঘৰ ঘৰ নক্সা থকা এখন কাপোৰেৰে ঢকা। ভদ্ৰলোকৰ প্ৰশ্নৰ উত্তৰত একাউনটেণ্টে ভদ্ৰলোকক দুই বজাৰ পাচত টকা— লবলৈ মাতি বিলখন কাষৰ টেবুলতে আছে বুলি ট্ৰেজাৰী অফিচাৰৰ টেবুললৈ আঙুলিয়াই দিলে। ভদ্ৰলোক কিন্তু তাতেই ক্ষান্ত নাথাকি একাউনটেণ্টে আঙুলিয়াই দিয়া কাষৰ টেবুললৈ আহি তজবিজকে বিলৰ টকা আদায় দিবলৈ হুলস্থূল লগালে আৰু ক'লে যে তেওঁ কোনোবা ঠাইলৈ যাব লগা আছে— তেতিয়াই টকা নাপালে বাছ ধৰাত

অসুবিধা হ'ব। যিমানেই তেওঁক দুই বজাৰ পাচত আহি টকা লবলৈ কোৱা হয়, সিমানেই তেওঁ উত্তেজিত হয়। হুলস্থূল হোৱা দেখি ট্রেজাৰীৰ বাহিৰত থকা মানুহেও কিনো হৈছে চাবলৈ ট্রেজাৰীৰ ভিতৰে বাহিৰে ভুম বান্ধিবলৈ ধৰিলে। বাৰে বাৰে কোৱা স্বত্তেও ভদ্রলোকে কোঠা এৰি বাহিৰলৈ যাব নোখোজা দেখি গোস্বামীয়ে তেওঁক এৰেষ্ট কৰি থানাত হাজিৰ কৰাবলৈ পুলিচক (ট্রেজাৰী গার্ড) হুকুম দিলে আৰু নিজেও এখন নালিচ (কম্‌প্লেইন্‌ট্‌) থানালৈ পঠালে।

গোটেই ঘটনাটো মূহুৰ্ত্তৰ ভিতৰতে ঘটি গ'ল। একাউন্‌টেণ্টে গোস্বামীক জনালে যে ভদ্রলোক বিধায়ক, এৰেষ্ট নকৰা হলেই কিজানি ভাল হ'লহেঁতেন। গোস্বামী কিন্তু অলৰ-অচৰ। বিধায়ক বুলি জনাৰ লগে লগে অৱশ্যে তেওঁ এৰেষ্ট সম্পৰ্কে চিলঙত থকা বিধান সভাৰ অধ্যক্ষলৈ এখন টেলিগ্রাম কৰি জনালে।

কৰিমগঞ্জ চহৰত লগে লগে হুলস্থূল লাগিল। এম,এল,এ এৰেষ্ট হৈছে হুলস্থূল লাগিবৰে কথা। আবেলি ল'ৰাৰ হাইস্কুলৰ কাষৰ পথাৰত ৰাজহুৱা সভা হ'ল, সভাত বক্তাই গোস্বামীৰ বিৰুদ্ধে মুৰ্দ্দাবাদ ধ্বনি দিলে। চুবুৰীয়াকৈ এটা শোভাযাত্রাও সভাৰ পিচত বাহিৰ হ'ল। মহকুমাধিপতি সেইদিনা সদৰৰ বাহিৰত, সন্ধিয়াহে ঘূৰা কথা। বিধায়কক কিন্তু ইতিমধ্যে জামিনত যাবলৈ দিয়া হৈছিল, তেওঁ ওফোন্দ পাতি জামিনত যাবলৈ অমান্তি হ'ল।

মহকুমাধিপতি সন্ধিয়া সদৰলৈ উভটিল। লগে লগে তেওঁক ঘটনাটো জনোৱা হ'ল। মহকুমাধিপতিৰ হস্তক্ষেপত বিধায়ক নিশা জামিনত (পি,আৰ,বণ্ড) মুক্ত হ'ল। মহকুমাধিপতিয়ে তেতিয়াৰ মুখ্য সচিব শ্রীযুত দত্ত ডাঙৰীয়াকো এই বিষয়ে জনালে।

পিচদিনাই আগবেলাই মহকুমাধিপতিৰ কোঠালৈ বিধায়ক আৰু মেজিষ্ট্রেট গোস্বামীক বিষয়টো আপোচ মিমাংসাৰে নিস্পত্তি কৰিবলৈ মতা হ'ল। মিমাংসা হ'ল। বিধায়কে কাৰ্য্যালয়ত হুলস্থূল কৰা কথা স্বীকাৰ কৰি ক্ষমা বিচাৰিলে আৰু শ্ৰী গোস্বামীয়ে সেই মৰ্ম্মে তেওঁৰ নালিচ উঠাই ললে। আপোচ-নামা চহীৰ পাচত মহকুমাধিপতি ফুকনে বাহিৰত সিদ্ধান্ত শুনিবলৈ ৰৈ থকা মানুহখিনিক বগৰ কৰি ক'লে— "ঘটনা সামান্য, পোৱাকেই বিভ্ৰাটৰ সৃষ্টি কৰিলে। বিধায়কে হাকিমক ভাবিলে 'কিৰাণী' (কৰিমগঞ্জৰ ফালে কেৰাণী উচ্চাৰণটো 'কিৰাণী' যেনেই শুনি) আৰু হাকিমে এম,এল,এক ভাবিলে 'ইৰাণী'। দুয়ো দুয়োকে চিনি পোৱা হলে এনে নহ'লহেঁতেন"।

এই মহকুমাতেই মোৰ দুবাৰকৈ নিযুক্তি হৈছিল। প্ৰথম বাৰ একেবাৰে

চাৰি বছৰ (তিনি দিন কম) আৰু দ্বিতীয় বাৰ প্ৰায় হয় মাহ্‌ মহকুমা জিলালৈ ৰূপান্তৰিত হোৱাত তৃতীয় বাৰো যাবলৈ হুকুম হৈছিলেই— শেষ মূহুৰ্ত্তত যেনিবা বাতিল হ'ল। কৰিমগঞ্জত চাকৰি কৰিবলৈ, বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ লোকে ইচ্ছা নকৰে। আজিকালি পাৰিলে প্ৰায় সকলো চাকৰিয়ালকে ঘৰতে চাকৰি কৰিবলৈ লাগে, যদিও বিভাগ বিশেষে যদুতে তিনিচুকীয়া, শ্ৰীৰামপুৰ চেক্‌গেট ইত্যাদিলৈ বদলি হবলৈও সংশ্লিষ্ট মহলত গাঁঠিৰ ধন খৰচ কৰে। কৰিমগঞ্জলৈ যাব নোখোজাৰ আৰু বাইকে দুটা কাৰণ থকা যেন অনুমান হয়। প্ৰথমটো হ'ল ইয়াত ক্ষুদ্ৰ বাতৰি কাকত অসংখ্য। কোনোখন তিনিদিনীয়া, কোনোখন সাপ্তাহিক। ফুলস্কেপ চাইজৰ। কোনো চাকৰিয়ালে (বিশেষকৈ অবিবাহিত) চহৰখনৰ কোনো আলিবাটেদি দিনটোত দুবাৰ খোজ কাঢ়ি অহা যোৱা কৰিলে কোনো কোনো এনে তিনদিনীয়া বা সাপ্তাহিক কাকতত তেওঁৰ নাম উঠাও একো অসম্ভৱ নহয়। দ্বিতীয়— ইয়াৰ নাগৰিক বৰ সচেতন, কোনো চাকৰিয়ালে কোনো ধৰণৰ অপকৰ্ম কৰি তিষ্ঠি থকা টান। এবাৰ এজন সহকৰ্মীয়ে অন্য এটা কাৰণো দৰ্শাইছিল। চহৰখনত হেনো মূল ৰাস্তা মাত্ৰ এটা। এটা ৰাস্তা হোৱাতনো কি অসুবিধা হ'ল বুলি সোধাত ক'লে যে বাকী খাই দোকানীয়ে নেদেখাকৈ যাবলৈ অন্য ৰাস্তা নাই। মই হলে চহৰখন বেয়া পোৱা নাছিলো— নহলেনো বিনা প্ৰতিবাদে দ্বিতীয় বাৰ কৰিমগঞ্জলৈ যাওঁনে?

দ্বিতীয় বাৰ কৰিমগঞ্জলৈ গৈছিলো মহকুমাধিপতি হিচাবে ১৯৬৯ চনত। তেতিয়াও ই কাছাৰ জিলাৰ এটা মহকুমাহে আছিল। এদিন পুৱা এচ,ডি,পি,ও (মহকুমা পুলিচ বিষয়া) আৰু মই দুয়ো ৰামকৃষ্ণ নগৰ'ল তেখেতৰ চৰকাৰী জীপ গাড়ীখনতে কেইটামান জৰুৰী তদন্তৰ বাবে গৈছিলো। আবেলি তিনিমান বজাত ৰামকৃষ্ণনগৰৰ এচ,ডি,চি (উপ-প্ৰতি সমাহৰ্ত্তা)ৰ কোঠাত কিবা কিবি চৰকাৰী নথি পত্ৰ চাই থকা সময়ত কৰিমগঞ্জৰ পৰা এটা টেলিফোন আহিল। কথা ভালদৰে নুশুনি। বহু সময় হেল্লো হেল্লো কৰি যি বুজিলো সি এনেধৰণৰ আমি তৎক্ষণাৎ কৰিমগঞ্জলৈ উভটিব লাগে— লতাশাইল অঞ্চলৰ এখন গাওঁত তিনিজন লোকক দুবৃত্তই হত্যা কৰিছে— চিনিয়ৰ ই,এই,চি ইতিমধ্যে ঘটনাস্থলীলৈ ৰাওনা হৈছে।

খবৰটো শুনাৰ পাচত বাকী কাম কাজ বাদ দি উভটিবলৈ প্ৰস্তুত হ'লো। ৰামকৃষ্ণনগৰৰ পৰা লতাশাইলৰ দূৰত্বও কম নহয়। কৰিমগঞ্জ চহৰ পাৰ হৈ যাব লাগে। পূৰ্ব পাকিস্তানৰ (বৰ্তমানৰ বাংলাদেশ) সীমান্ত। সন্ধিয়াৰ লগে লগে লতাশাইল পালোগৈ। তাতে পুলিচ কনিষ্টবল এজন দেখি বাট

দেখুৱাবলৈ গাড়ীত তুলি ললো। ঘটনাস্থলীলৈ গাড়ী নাযায় কিছুদূৰ খোজ কাঢ়িব লাগে।

ঘটনাস্থলীত তেতিয়াও কিছুসংখ্যক লোক আছিল। এজন প্ৰাক্তন বিধায়কো তাৰ মাজত দেখিছিলো। ছিনিয়ৰ ই,এ,চিৰ পৰা সকলোকথাৰ বুজ ললো। ঘটনাস্থলী দুখন গাওঁৰ মাজৰ এটা সৰু জুৰিৰ পাৰত। গাওঁ দুখনৰ এখন নমশূদ্ৰ সম্প্ৰদায়ৰ লোকৰ, আনখন মাইমল সম্প্ৰদায়ৰ লোকৰ। জুৰিৰ পাৰৰ মাটিলৈ গাওঁ দুখনৰ মাজত বহুদিনৰ পৰাই কাজিয়া। ঘটনাৰ দিনাও মাটিৰ দখল লৈ দুয়ো গাওঁৰ মাজত পুনৰ বাক-বিতণ্ডা আৰম্ভ হয় আৰু পৰিস্থিতি উত্তপ্ত হোৱাত মাইমল সম্প্ৰদায়ৰ কেইজনমান লোকে তিনিজন নমশূদ্ৰ লোকক দাৰে ঘপিয়াই হত্যা কৰে। চিনিয়ৰ ই,এ,চিয়ে আমি গৈ পোৱাৰ আগতেই মৃতদেহ কেইটা মৰনোত্তৰ পৰীক্ষাৰ বাবে কৰিমগঞ্জলৈ পঠিয়াইছে। আমি গৈ মাইমল গাওঁখনত তিৰোতা, ল'ৰা-ছোৱালী আৰু বৃদ্ধ লোক কেইজনমানত বাদে আন মতামানুহ নেদেখিলো। সকলো পলাইছে। চিনিয়ৰ ই,এ,চিয়ে কোৱামতেও তেওঁ আহি পোৱাৰ আগতেই প্ৰায়ভাগ মতামানুহ পলাইছে, তিনি-চাৰি জন মানকহে তেওঁৰ লগত যোৱা পুলিচে আটক কৰিব পাৰিছে। প্ৰাক্তন বিধায়কক আহি তেওঁ ঘটনস্থলীতে পাইছে বুলিও ক'লে। কিছু সময়ৰ পাচত পুলিচ পহৰাৰ ব্যৱস্থা কৰি আৰু এচ্‌ডি,পি,ওক ঘটনস্থলীতে এৰি চিনিয়ৰ ই,এ,চি আৰু মই কৰিমগঞ্জলৈ উভটিলো। ৰাতিয়েই চিলচৰলৈ টেলিফোন কৰি উপায়ুক্তক ঘটনাৰ সবিশেষ জনালো আৰু মুখ্য সচিবলৈও এখন বেতাৰ বা'া পঠালো। ঘটনা যাতে সাম্প্ৰদায়িক কাজিয়াৰ ফালে ঢাল নাখায় তাৰ বাবে মহকুমাখনৰ সকলো পুলিচ থানাকে সতর্ক কৰি দিছো।

ঘটনাৰ দুদিন নে তিনিদিন পাচতেই অতি প্ৰত্যুষতে ঘৰত থকা চকীদাৰ জনে মোক দুজন মানুহে দেখা কৰিবলৈ আহিছে বুলি জনালে। ওলাই আহি দেখিলো যে মোক লগ পাবলৈ অহা মানুহ দুজনৰ এজন হ'ল সেই প্ৰাক্তণ বিধায়ক (এওঁক ইয়াৰ পাচত নেতা বুলি উল্লেখ কৰিম) আৰু আনজন তেওঁৰে চেলা। ইমান পুৱাতে কি সকামত আহিল বুলি সোধাত তেওঁলোকে ক'লে যে পুলিচ পহৰাই ঘটনাস্থলী আৰু ওচৰৰ সংখ্যা লঘু সম্প্ৰদায় অধ্যুষিত গাওঁবোৰত সন্ত্ৰাসৰ সৃষ্টি কৰিছে আৰু সেয়ে তেওঁলোকৰ অৰ্জি যে পুলিচ পহৰা ততালিকে উঠাই নিব লাগে। মই আগদিনা আবেলি সেই অঞ্চলটো পুনৰ ঘূৰি আহিছো কোনেওটো মোক সন্ত্ৰাসৰ কথা কোৱা নাই; ৰাতিটোৰ ভিতৰতনো কি হ'ব পাৰে? নেতাই জনালে যে গাওঁৰ মানুহৰ ওপৰত পুলিচে অত্যাচাৰ কৰা নাই সঁচা কিন্তু পুলিচ চকি থকাৰ বাবে গাওঁৰ কোনো

মানুহ আৰু বিশেষকৈ তিৰোতা মানুহ ভয়ত্তে ঘৰৰ পৰা ওলায় পৰা নাই। ক'লো যে ভয়ৰ কোনো কাৰণ নাই। গাওঁৰ মানুহে কোন কেইজন লোক এই হত্যাকাণ্ডৰ লগত জড়িত আৰু সিহঁত কলৈ পলাইছে নিশ্চয় জানে। গতিকে সিহঁত ক'ত আছে জনালে বা হত্যাকাৰীয়ে নিজেই আত্মসমৰ্পণ কৰিলে পৰিস্থিতি উন্নত হ'ব আৰু তেতিয়াহে পুলিচ চকি তুলি আনিব পৰা হ'ব। তেওঁলোকক আৰু জনালো যে বৰ্তমান সেই অঞ্চলত আমি পুলিচ চকি আৰু শক্তিশালী কৰাৰ কথাহে চিন্তা কৰিছো।

পুলিচৰ তদন্ত চলি আছে। দুদিনমান পাচত নেতা পুনৰ মোৰ ঘৰত হাজিৰ হ'ল। এইবাৰ অকলে। ক'লে যে অপৰাধী কেইজন পলাই পূৰ্বপাকিস্তান (বৰ্তমানৰ বাংলাদেশ) পাইছেগৈ। তেওঁ সিহঁতক আত্মসমৰ্পন কৰাবলৈ যত্ন কৰিছে আৰু দূতো হেনো পূৰ পাকিস্তানলৈ পঠাইছে। কোৱা বাহুল্য যে গাওঁখনৰ পৰা কোনো লোকৰে পৰিয়াল তেতিয়াও গাওঁ এৰি যাব পৰা নাই। এচ,ডি,পি,ওৰ লগত আলোচনা কৰি পহৰা চকিত পুলিচ আৰু বঢ়াই দিয়া হ'ল— সঘনাই "পেট্ৰলিং"ৰ সুবিধাৰ বাবে।

নেতা জনক মই কৰিমগঞ্জলৈ প্ৰথমবাৰ চাকৰি কৰিবলৈ অহা সময়ৰ পৰাই জানো। পূৰ্ব-পাকিস্তানৰ লগত তেওঁৰ সম্বন্ধৰ কথাও বহুতে জানে। পুলিচ চকিত অধিক পুলিচ দিয়া বাবে নেতাই প্ৰথমে অসন্তুষ্টি প্ৰকাশ কৰিলেও প্ৰশাসনৰ লগত সহযোগ কৰা পুলি প্ৰয়োজনতকৈ বহুবেচি ধন্যবাদ জনোৱাত নেতাই হত্যাকাৰী কেইজনৰ নাম-ধাম সকলো প্ৰকাশ কৰিলে। এচ,ডি,পি,ওক লগে লগে মোৰ ঘৰলৈ আহিবলৈ কলো। নেতাই তেওঁকো সকলো কথা জনালে। নেতাজনে ঘটনাস্থলী চিনিয়ৰ ই,এ,চিতকৈ আগতে পোৱালৈ চাই সন্দেহো হ'বলৈ ধৰিছে— তেওঁ হত্যাকৰী কেইজনক পূৰ-পাকিস্তানলৈ পলাই যোৱাত সহায় কৰা নাইতো ?

কেইদিনমানৰ পাচত নেতাই আকৌ মোক লগ ধৰিলে। জনালে যে পিচৰ বুধবাৰৰ দিনটোত (অৰ্থাৎ এই আলোচনাৰ ৪ কি ৫ দিন পাচত) তেওঁ মানুহ কেইজনক নিশা থানাত হাজিৰ কৰাব।

নেতাই তেওঁৰ কথা ৰাখিলে। অপৰাধী কেইজনে নিৰ্দিষ্ট তাৰিখত নিশা থানাত আত্ম সমৰ্পন কৰিলে। নেতা থানালৈ অহা নাছিল, তেওঁৰ চেলা জনকহে দেখিছিলো। ঘটনাতো লৈ কৰিমগঞ্জ চহৰ আৰু উপকণ্ঠত যি সামান্য উত্তেজনা তেতিয়াও আছিল আৰু ইমান দিনে আচামী ধৰিব নোৱাৰাৰ বাবে পুলিচৰ ওপৰত বাইজৰ যি ক্ষোভ আছিল সি পিচদিনা আচামী গ্ৰেপ্তাৰৰ খবৰ ওলোৱাৰ লগে লগে শাম কাটিল।

নেতা লতাশাইল অঞ্চলৰ বাসিন্দা নহয়, তেওঁৰ ঘৰ আলেখিনি দূৰত।

তেনেস্থলত তেওঁনো এই অঞ্চলৰ পৰা পুলিচৰ পহৰা চকি তুলি নিয়াৰ বাবে বাৰে বাৰে কিয় আহিছিল, এই কথা জানিবৰ মনযে নগৈছিল তেনে নহয়, কিন্তু সেই সময়ত হত্যাকাৰী কিমান সোনকালে ধৰিব পৰা যায় তাৰ বাবেহে আমি বেচি চিন্তিত আছিলো। কিছুদিন পাছত থানাৰ ভাৰপ্ৰাপ্ত বিষয়া শ্ৰীদাসৰ পৰা কথাই কথাই জানিলো যে সেই গাওঁখন চোৰাংকাৰবাৰীৰ ঘাটি। চোৰাংভাবে



বস্তু সীমান্তৰ ইপাৰসিপাৰ কৰাত নেতাৰ হেনো অদৃশ্য হাত আছে। পুলিচ চকিয়ে এনেবোৰ কামত বাধাৰ সৃষ্টি কৰা বাবেহে নেতাই চকি উঠাবলৈ উঠি পৰি লাগিছিল।

এই কথা জনাৰ পাচত নেতাই তেওঁৰ কথা ৰাখি হত্যাকাৰীক আত্ম সমৰ্পণ কৰালেও আমি আমাৰ কথা ৰাখিব নোৱাৰিলো। পুলিচ চকি এটা আগৰ ঠাইতে ৰ'ল।

[কাহিনীটো একে নামেৰেই দৈনিক জনমভূমি কাকতৰ ১৯৯২ চনৰ ২১ তাৰিখৰ সংখ্যাত প্ৰকাশ পাইছিল।]

# "ডিচিচন্"

আজি কিছুদিন আগতে বাতৰি কাকতত (দি টেলিগ্ৰাফ, ৭ জুলাই ১৯৯২) প্ৰকাশ পোৱা মতে বিত্ত মন্ত্ৰী মনমোহন সিংএ চিক কেলেংকাৰী সম্পৰ্কে ৰিজাৰ্ভ বেঙ্কৰ গৱৰ্ণৰক সমৰ্থন কৰি হেনো কৈছিল

> When I was a student at Oxford, the chairman of ICI once told us that a manager s performance is considered good if five out of ten decisions work out If seven work out, its outstanding '

মন্তব্যটো দেখা যায় বিত্ত (মই অক্সফোৰ্ডত পঢ়ি থকা সময়ত, আইচিআইৰ সভাপতিজনে আমাক, এবাৰ কৈছিল যে, এজন মেনেজাৰে লোৱা দহোটাৰ ভিতৰত পাচোটা সিদ্ধান্ত কামত লগাব পৰা হ'লে তেওঁক যোগ্য বুলি ক'ব লাগিব। সাতোটা সিদ্ধান্ত কাৰ্য্যতঃ প্ৰয়োগ কৰিব পৰা হলে তেওঁক বিচক্ষণ বুলিব লাগিব।) মন্ত্ৰীৰ নিজৰ নহয়, আই,চি,আইৰ কোনোবা এজন চেয়াৰমেনে তেওঁৰ ছাত্ৰ অৱস্থাত কোৱা কথা খিনিহে তেওঁ দোহাৰিছে। আই,চি,আইৰ চেয়াৰমেন জন নিশ্চয় চাহাব আছিল আৰু সেয়ে তেওঁ বিলাতৰ মানুহে যোগ্যতা বা দক্ষতা কেনে মাপ-কাঠিত বিচাৰ কৰে তাকেহে উল্লেখ কৰিছিল বুলি ভাবিবৰ থল আছে। গতিকে আমাৰ নিজ ঠাই আৰু বিশেষকৈ অসমত এই উক্তিৰ প্ৰাসঙ্গিকতা কিমান সেই সম্পৰ্কে মতানৈক্য থকাটো স্বাভাৱিক।

আমাৰ চাকৰি জীৱনৰ প্ৰথম চোৱাত ইয়াৰে এজন নেটিভ বিষয়াই প্ৰায়েই আমাক পৰামৰ্শত কোনো "ডিচিচন" নলবলৈ উপদেশ দিছিল। তেখেতৰ কথা হল যে— তুমি লোৱা পাঁচোটা "ডিচিচন"ৰ ভিতৰত যদি এটা "ডিচিচন" ভুল হয় তেন্তে চাৰিটা শুদ্ধ "ডিচিচন"ৰ বাবে তুমি প্ৰশংসা বা পুৰস্কাৰ নোপোৱা, কিন্তু এটা ভুলৰ বাবে তোমাৰ ওপৰত অনুশাসনমূলক ব্যৱস্থা কিয় তুমি চাকৰিৰ পৰা নিলম্বিত অথবা বৰ্খাস্তও হব পাৰা। "ডিচিচন" নললে কিন্তু তোমাৰ ভুল হোৱাৰ কোনো প্ৰশ্ন উঠিবই নোৱাৰে। তেখেতৰ কথা শুনি আমি কণিষ্ঠ বিষয়া সকলে সেই সময়ত পেটে পেটে হাঁহিছিলো। যদিও ক্ৰমান্বয়ে দিন যোৱাৰ লগে লগে তেওঁৰ কথাৰ সত্যতা উপলব্ধি

কৰিব পাৰিছিলোঁ। ভুল সিদ্ধান্তৰ কথা নকওঁৱেই আমি এনেকুৱা সময়ো পাইছো যে শুদ্ধ "ডিচিচন" ললেও অপমানিত হোৱা বা বিপদত পৰাৰ সম্ভাবনা আছিল।

শিক্ষা, ক্ৰীড়া আৰু সাংস্কৃতিক বিভাগৰ সচিব হৈ থকা সময়ত দেখিলো যে শিক্ষা সম্পৰ্কীয় কামত বাদেও বহু বিভিন্ন কামৰ বাবে বিদ্যালয় গৃহসমূহ ব্যৱহাৰ কৰিবলৈ দিবৰ বাবে লিখিত অনুৰোধ আহে। আঞ্চলিক বা ৰাজ্যিক ভিত্তিত যেই কোনো খেল যেমালি পাতিলেই বা কোনো সন্থাৰ অধিবেশন বা মেল-মিটিং ইত্যাদি পাতিলে মন্ত্ৰী-বিধায়কৰ অনুমোদনেই কওক বা আদেশকে কওক লৈ বহুতো বিষয়ববীয়াই কেইদিনমানৰ বাবে কোনো নিৰ্দিষ্ট বিদ্যালয় বা কেবাখনো বিদ্যালয়ৰ গৃহ ব্যৱহাৰ কৰিবলৈ দিবলৈ অনুৰোধ লৈ শিক্ষা বিভাগলৈ আহে। গুৱাহাটী চহৰত ল'ৰাৰ কটন কলেজিয়েট স্কুল আৰু ছোৱালীৰ পানবজাৰ স্কুল আৰু তাৰিণী চৰণ স্কুলৰ ওপৰত এনে সন্থাসমূহৰ বিশেষ চকু। বেচিভাগ এনে দৰ্খাস্তত‌েই দৰ্খাস্তকাৰীয়ে এই স্কুল কেইখনৰ নাম নিৰ্দিষ্ট কৰি দিয়ে। বিভাগীয় পৰীক্ষা আদি পতাৰ বাবেও বা বিভিন্ন পৰীক্ষাৰ "টেবুলেচন" ইত্যাদি কামৰ বাবেও ভালেদিন ধৰি বিদ্যালয় গৃহ ব্যৱহৃত হয়। এবাৰ হিচাব কৰি দেখা গ'ল যে গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত আগৰ বছৰটোত মাত্ৰ ৮৬ দিনহে নিয়মিত ভাবে পাঠ দান কৰা হৈছিল। বাকী স্কুল দুখনৰো অৱস্থা প্ৰায় একেই আছিল। গাওঁ অঞ্চলৰ বিদ্যালয় গৃহ ব্যৱহাৰ কৰিবলৈ দিবলৈ অহা অনুৰোধৰ কাৰণ অৱশ্যে কিছু ভিন্ন ধৰণৰ। বিদ্যালয়ৰ সাহায্যাৰ্থে অনা থিয়েটাৰ পাৰ্টি বা যাত্ৰা পাৰ্টি ইত্যাদিৰ লোক সকলক থকা মেলাৰ সা-সুবিধা বিদ্যালয় গৃহতে দিব লাগে বুলি উদ্যোক্তা সকলে অনুৰোধ লৈ আহে। ঠাই বিশেষে এনে অনুৰোধৰ সংখ্যা যথেষ্ট ধৰণৰ।

বিদ্যালয় গৃহ ব্যৱহাৰ কৰিবলৈ দিবলৈ যেনেদৰে অনুৰোধ কৰি দৰ্খাস্ত আহে, তেনেদৰে ব্যৱহাৰৰ পাচত বিদ্যালয় গৃহৰ পাৰ্টিচন, ডেস্ক-বেঞ্চ ইত্যাদি নষ্ট হোৱাৰ অভিযোগত বিদ্যালয় কৰ্তৃপক্ষৰ পৰা আহে। এনেবোৰ অনুৰোধ, অভিযোগ আৰু পাঠ দানৰ ক্ৰমাগত সঙ্কুচিত দিনবোৰলৈ লক্ষ ৰাখি শিক্ষামন্ত্ৰী আৰু ক্ৰীড়া মন্ত্ৰীৰ লগত আলোচনা কৰি এটা টোকা প্ৰস্তুত কৰা হ'ল। টোকাত উল্লেখ কৰা হ'ল যে— বিদ্যালয়ৰ বন্ধৰ দিন কেইটাত বাদে অন্যদিনত বিদ্যালয় গৃহ শিক্ষা সম্পৰ্কীয় বিষয়ত বাদে অন্য কোনো কামত ব্যৱহাৰ কৰিবলৈ অনুমতি দিয়া নহ'ব, কোনো প্ৰাদেশীকিকৰণ বিদ্যালয় বন্ধৰ দিনত ব্যৱহাৰ কৰিব খুজিলে দৰ্খাস্তকাৰীয়ে আগতীয়াকৈ মেনেজিং কমিটিৰ অনুমোদন লৈ সংশ্লিষ্ট জিলা বিষয়াৰ যোগেদি চৰকাৰলৈ আবেদন কৰিব পাৰিব আৰু

বিদ্যালয়ৰ গৃহ বা আচবাব পত্ৰৰ ক্ষতি হলে তাৰ বাবে দৰ্খাস্তকাৰীয়ে ক্ষতি পূৰণ দিবলৈ বাধ্য থাকিব। চৰকাৰী স্কুলৰ ক্ষেত্ৰত প্ৰধান শিক্ষক আৰু সংশ্লিষ্ট জিলা শিক্ষা বিষয়াৰ অনুমোদন লৈহে দৰ্খাস্ত কাৰীয়ে দৰ্খাস্ত চৰকাৰলৈ পঠাব। এই ক্ষেত্ৰতো বিদ্যালয়ৰ ক্ষয়-ক্ষতিৰ বাবে দৰ্খাস্তকাৰীয়ে ক্ষতিপূৰণ দিবলৈ বাধ্য থাকিব। মন্ত্ৰীমণ্ডলীয়েও এই ব্যৱস্থাত অনুমোদন জনালে।

কিছুদিন ভালদৰে চলিল। দৰ্খাস্তৰ সংখ্যাও বহু কমিল। ভাবিলো অন্ততঃ বিদ্যালয়সমূহত ভৱিষ্যতে কিছু সৰহ দিন পাঠদান কৰিব পাৰিব। কিন্তু ভবা মতে কাম ন'হ'ল। এদিন এজন "ওভাৰ নাইট" ক্ৰীড়া সংগঠক (বাক্যিটোৰ ভিতৰতে হোৱা বুলি নিলিখিলো— আজিকালি "ওভাৰ নাইট" নেতা বুলি এষাৰ বাক্য প্ৰচলন হোৱা বাবে এওঁকো একেটা অৰ্থতে "ওভাৰ নাইট" ক্ৰীড়া সংগঠক বুলি উল্লেখ কৰিলো) আহি দৰ্খাস্ত দি কলে যে এটা আঞ্চলিক ক্ৰীড়া অনুষ্ঠানৰ বাবে অহা ল'ৰা-ছোৱালী ৰাখিবৰ বাবে কটন কলেজিয়েট স্কুল আৰু পানবজাৰ ছোৱালী স্কুল এই দুয়োখনকে এসপ্তাহ মানৰ বাবে ছুটী দি ব্যৱহাৰ কৰিবলৈ দিব লাগে। দৰ্খাস্ত খনত দৰ্খাস্তকাৰীৰ প্ৰাৰ্থনা মঞ্জুৰ কৰিব লাগে বুলি এজন বিধায়ক আৰু এজন মন্ত্ৰীৰো সুপাৰিচ আছে। ক্লাচ চলি থকা দিনত স্কুল বন্ধদি কেম্প পাতিবলৈ দিব নোৱাৰি বুলি ক্ৰীড়া সংগঠকক কলো। স্কুলৰ সুবিধা অসুবিধালৈ নাচাই বিচাৰিলেই স্কুল ঘৰ পাব বুলি ধৰিলৈ ক্ৰীড়া অনুষ্ঠান পাতিবলৈ লোৱা বাবে সংগঠকজনক তিৰস্কাৰো কৰা হ'ল। দৰ্খাস্ত নামঞ্জুৰ কৰিলো। দৰ্খাস্ত নামঞ্জুৰ হোৱাৰ কিছু সময় পাচতেই দৰ্খাস্তৰ কাষত চহী থকা, মন্ত্ৰীৰ পৰা টেলিফোন আহিল। তেওঁ নিজে হেনো এই ক্ৰীড়া অনুষ্ঠানৰ 'পেট্ৰন'। মন্ত্ৰী মণ্ডলীৰ অনুমোদনৰ কথা উল্লেখ কৰি এনে অনুমতি দিয়া উচিত নহব বুলি কৈ বিষয়টোৰ বাবে বাতে হেঁচা নিদিয়ে তাৰ বাবে মন্ত্ৰী মহোদয়ক অনুৰোধ জনালো আৰু খেলুৱৈ ৰাখিবৰ বাবে বিকল্প ব্যৱস্থা গ্ৰহণ কৰিবলৈ ক'লো। ২৪ ঘণ্টাও পাৰ নহ'ল। পিচদিনা আগবেলাতে নিৰ্দেশ আহিল যে গুৱাহাটী চহৰৰ যেই কোনো দুখন বিদ্যালয় বন্ধ দি প্ৰতিযোগী সকলক থাকিবলৈ দিব লাগে। উপায় নাপাই দুখন বিদ্যালয় বন্ধ দিয়া হ'ল, কিন্তু ইয়াৰ পিচত এই বিষয়ত আমি আৰু কোনো "ডিচিচন" নোলোৱা হ'লো। এনে দৰ্খাস্ত পালেই মন্ত্ৰীৰ বাবে ওপৰলৈ পঠাবলৈ বিভাগীয় বিষয়া সকলক ক'লো। "ডিচিচন" লৈ মনোকষ্ট পোৱাতকৈ "ডিচিচন" নলৈ শান্তিৰে থকাই শ্ৰেয়।

আৰু এবাৰ "ডিচিচন" লৈ বিপদত পৰিছিলো। গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱন সাংস্কৃতিক বিভাগ আৰু জিলা পুথিভঁৰাল শিক্ষা বিভাগৰ অধীনত।

এই দুটা ভৱনৰ প্ৰেক্ষাগৃহ ব্যৱহাৰ কৰিবৰ বাবে অনুমতি বিচাৰি দৰ্খাস্ত আহিলে সংশ্লিষ্ট সঞ্চালকৰ মতামত লৈ হে প্ৰেক্ষাগৃহ ব্যৱহাৰ কৰিবলৈ দিয়া হয়। প্ৰেক্ষাগৃহ ব্যৱহাৰ কৰিবলৈ অনুমতি দিলে আগতীয়াকৈ নিৰ্ধাৰিত হাৰৰ ভাড়াৰ টকাও লোৱা হয়। এবাৰ এটা সন্থাই এখন সভা পাতিবৰ বাবে জিলা পুথিভড়ালৰ প্ৰেক্ষাগৃহ বিচৰাত সঞ্চালকক শুধি পুচি অনুমতি দিয়া হ'ল। আৰু সেই অনুমতি ক্ৰমে সঞ্চালকে সন্থাৰ পৰা আগতীয়াকৈ ভাড়াৰ টকাও আদায় কৰিলে। সভা অনুষ্ঠিত হ'বলগীয়া তাৰিখৰ ঠিক দুদিন আগেয়ে ওপৰ মহলৰ পৰা হুকুম আহিল প্ৰেক্ষাগৃহ ব্যৱহাৰ কৰিবলৈ দিয়া অনুমতি বাতিল কৰিব লাগে। হুকুমত কোনো কাৰণ উল্লেখ নাই। নথিপত্ৰ চাই দেখিলো যে সেই দিনাৰ বাবে অন্য কোনো অনুষ্ঠানকো প্ৰেক্ষাগৃহ ব্যৱহাৰ কৰিবলৈ দিয়া হোৱা নাই বা ব্যৱহাৰ কৰিবৰ বাবে আন কোনেও দৰ্খাস্তও দিয়া নাই। প্ৰেক্ষাগৃহ ব্যৱহাৰ কৰিবলৈ নিদিয়াৰ কাৰণ ৰাজনীতিৰ পৰা ব্যক্তিগত যি কোনো কাৰণেই হ'ব পাৰে, পাঠকে নিজে কল্পনা কৰি লব। হুকুম বাতিল কৰা হ'ল আৰু বিভাগে লগতে সন্থাৰ কেইআষাৰ মান কটু কথাও শুনিব লগা হ'ল। এই ঘটনাৰ পাচত ভবিষ্যতে লঘু হোৱাতকৈ এনে ধৰণৰ দৰ্খাস্তৰ ক্ষেত্ৰতো বিভাগে ডাকঘৰৰ ভূমিকা গ্ৰহণ কৰাই উচিত বুলি বিবেচনা কৰিছিল। এটা কথাই মাত্ৰ সঘনে মনলৈ আহিছিল অবৰ সচিবে "ডিচিচন" দিব পৰা এনেবোৰ কামত যদি ওপৰমহলে "ডিচিচন" দিব বা লব লগা হয় তেন্তে আচলতে ওপৰমহলে লব লগা বিষয়ত "ডিচিচন" দিব কোনে?

শুদ্ধ "ডিচিচন" দি বিপদত পৰাও উদাহৰণ বহুতো আছে। এখন উচ্চতৰ মাধ্যমিক ছোৱালী স্কুলত এগৰাকী শিক্ষয়ত্ৰী বিনা অনুমতিত কেইদিনমান অনুপস্থিত থকা বাবে আৰু ঘূৰি আহিও প্ৰধান শিক্ষয়ত্ৰীক অনুপস্থিত থকাৰ কোনো কাৰণ নদৰ্শোৱাত প্ৰধান শিক্ষয়ত্ৰীয়ে সেই শিক্ষয়ত্ৰী গৰাকীৰ কৈফিয়ৎ বিচাৰিলে। দুই তিনিবাৰ সোঁৱৰণী দিয়াৰ পাচতো যেতিয়া কৈফিয়ৎ বিচৰা চিঠিৰ কোনো উত্তৰ নাহিল, তেতিয়া প্ৰধান শিক্ষয়ত্ৰী গৰাকীয়ে বিনা অনুমতিত উপস্থিত নথকা দিন কেইটাৰ বাবে শিক্ষয়ত্ৰীৰ দৰমহা কৰ্তনৰ "ডিচিচন" ললে। কিন্তু এই "ডিচিচন" লোৱাতকৈ প্ৰধান শিক্ষয়ত্ৰীয়ে হাতৰ কুঠাৰ ভৰিত মৰাই ভাল আছিল। "ডিচিচন"ৰ দুদিন পাচতে প্ৰধান শিক্ষয়ত্ৰী বদলি হ'ল— প্ৰায় ৪০০ কিলোমিটাৰ দূৰৰ এখন স্কুললৈ। আচৰিত হ'বৰ কোনো কাৰণ নাই, শিক্ষয়ত্ৰী গৰাকী এজন শক্তিশালী মন্ত্ৰীৰ অৰ্দ্ধাঙ্গিনী।

এবাৰ এটা সঞ্চালকালয়ত কেইজনমান কনিষ্ঠ পৰিদৰ্শকৰ পদ খালি

হোৱাত সঞ্চালকে পদ কেইটা পূৰণৰ বাবে দৰ্খাস্ত বিচাৰি বিজ্ঞাপন দিলে। পদ কেইটাৰ বাবে কেবাশও প্ৰাৰ্থী হোৱাত প্ৰাৰ্থীৰ লিখিত পৰীক্ষা আৰু লিখিত পৰীক্ষাত উত্তীৰ্ণ হোৱা প্ৰাৰ্থীসকলৰ সাক্ষাৎকাৰ গ্ৰহণ কৰি সঞ্চালকে এখন তালিকা প্ৰস্তুত কৰিলে। তালিকাৰ এটা নকল সঞ্চালককাৰ্য্যালয়টোৰ "কণ্ট্ৰোলিং" বিভাগলৈও পঠোৱা হ'ল। সঞ্চালকে ইতিমধ্যে নিযুক্তি পত্ৰ পঠোৱাৰ ব্যৱস্থা কৰিছে। কিন্তু হঠাতে বিভাগীয় মন্ত্ৰীৰ পৰা এখন তালিকা আহিল। মন্ত্ৰীৰ নিৰ্দেশ তেওঁ পঠোৱা তালিকাৰ পৰা পদ কেইটা পূৰণ কৰিব লাগে। সঞ্চালকে তেওঁ প্ৰস্তুত কৰা তালিকাৰ লগত মন্ত্ৰীয়ে পঠোৱা তালিকা বিজাই দেখে যে মন্ত্ৰীয়ে নাম দিয়া কেইজনমান লিখিত পৰীক্ষাতে উত্তীৰ্ণ হোৱা নাই আৰু বাকী কেইজনে পৰীক্ষাত বহাই নাই অৰ্থাৎ পদৰ বাবে দৰ্খাস্তই কৰা নাই। সঞ্চালকে মন্ত্ৰীক বিষয়টো জনোৱাত মন্ত্ৰী গৰজাই উঠিল। কাল মই নাম পঠিওৱা ল'ৰা কেইজনক আপুনি নিযুক্তি দিব পাৰিবনে কওক? যদি নোৱাৰে তেন্তে আমি নিযুক্তি দিব পৰা মানুহ বিচাৰিম। মন্ত্ৰীয়ে মানুহ পিচদিনাই বিচাৰি পালে আৰু প্ৰশাসন ইমান দক্ষ যে লগে লগে সঞ্চালকৰ বদলিৰ হুকুম আহিল। প্ৰশাসন দক্ষ হোৱাৰে কথা, তাত যে এক্সটেনচ্‌ন্ পোৱা বিষয়া বহি আছে। দক্ষ নহ'লেনো এক্সটেনচ্‌ন পায়নে?

আমাৰ নেটিভ বিষয়া জনৰ কথাৰ সত্য সত্যতা আজি নিশ্চয় সকলোৱে বেচিকৈ উপলব্ধি কৰিছে। মোৰ অৱসৰ লোৱা তিনিবছৰতকৈ কিছুদিন বেচিয়েই হৈছে, গতিকে প্ৰশাসন ঠিক কেনেদৰে চলিছে তাৰ প্ৰত্যক্ষ অভিজ্ঞতা নাই, বাতৰি কাকতৰ যোগেদি যি খবৰ পাওঁ সেয়েই। বাতৰি কাকতৰ খবৰ মুঠেই আশাপ্ৰদ নহয় গতিকে পূৰণি— নতুন চিনাকী যাকেই পাওঁ তেওঁকেই এই বিষয়ে সোধো। লগ পোৱা সকলোৱেই কয় যে কোনো কাৰ্য্যালয়তে কোনো বিষয়াই আজিকালি কোনো "ডিচিচন" নলয়। "ডিচিচন" বোলা বস্তু হেনো বিচাৰি পোৱা টান হ'ল।

তেজপুৰত শুনা গল্প এটালৈ মনত পৰিছে। এবাৰ হেনো বিশ্বনাথৰ ফালে "টুৰ"ত যাওঁতে চাহাব ডেপুটী কমিচনাৰক মাগুৰ মাছৰ জোলেৰে "লাঞ্চ" খুউওৱা হ'ল। কিহৰ আজ্ঞা বুলি শুধিলত এচ,ডি,চি এ কলে যে ই মাগুৰ মাছৰ জোল, বেমাৰীৰ বাবেও উৎকৃষ্ট পথ্য। কিছুদিন পাচত তেজপুৰত চাহাবৰ ছোৱালীৰ জ্বৰ হ'ল, চাহাবৰ বিশ্বনাথত মাগুৰ মাছ খোৱা কথা মনত পৰিল। বিশ্বনাথ চাৰিআলিত থকা এচ,ডি,চি,লৈ চাহাবে টেলিগ্ৰাম

কৰিলে "চেণ্ড মাগুৰ ফিচ্"। অন্যান্য হাজাৰ খন দৰ্খাস্তত লিখাৰ দৰে এচ্,ডি,চি,এ টেলিগ্ৰাম খনটো লিখিলে· "এল্, এম (অৰ্থাৎ লাট মণ্ডল) টু ৰিপোৰ্ট"। ভালে দিন পাছত লাট মণ্ডলে টেলিগ্ৰামৰ পিচফালে লিখি ৰিপোৰ্ট দাখিল কৰিলে এনে ধৰণে· "ধৰ্মাৱতাৰ মোৰ লাটত মাগুৰ ফিচ্ নামৰ কোনো লোক বিচাৰি নাপালো। মতে নিবেদন।"

আজিকালি "ডিচিচনো "মাগুৰ ফিচ্‌ৰ দৰেই হৈছে।

[কাহিনীটো একে নামেৰেই দৈনিক অসম বাতৰি কাকতৰ ১৯৯২ চনৰ ৪ অক্টোবৰ তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# শিখণ্ডী

বদলিৰ হুকুম পাই ১৯৬০ চনৰ মে মাহত কৰিমগঞ্জৰ পৰা ট্ৰিপ্লাপ হস্তান্তৰিত এলেকাৰ সহকাৰী ৰাজনৈতিক বিষয়া (এ, পি, ও অৰ্থাৎ এচিষ্টেণ্ট পলিটিকেল অফিচাৰ) হিচাবে যোগদান কৰিবলৈ মাৰ্ঘেৰিটালৈ যাওঁ। ডিব্ৰুগড়ত উপায়ুক্তক (এওঁ হস্তান্তৰিত এলেকাৰ ৰাজনৈতিক বিষয়াও) লগ ধৰি গধূলিৰ ৰেল গাড়ীত মাৰ্ঘেৰিটা বুলি ৰাওনা হলো। যদিও ডিব্ৰুগড় আৰু মাৰ্ঘেৰিটাৰ দূৰত্ব মাত্ৰ ষাঠী মাইল তথাপিও ৰেলত যাওঁতে চাৰে চাৰি ঘণ্টা মানেই লাগিল। ৰাতি চাৰে ন মান বজাত মাৰ্ঘেৰিটা ৰেল ষ্টেচন পালোগৈ। প্লেটফৰ্মত মানুহৰ সমাগম একেবাৰেই নাছিল। নামিয়েই বন্ধু ভট্টাচাৰ্য্যক দেখিলো। শ্ৰীগোবিন্দ্ৰ নাথ ভট্টাচাৰ্য্য। তেওঁৰ পৰাই মই মাৰ্ঘেৰিটাত কাৰ্য্যভাৰ গ্ৰহণ কৰিম। ডিব্ৰুগড়ৰ উপায়ুক্তৰ অফিচৰ পৰা সেইদিনা মাৰ্ঘেৰিটা পামগৈ বুলি জনাইছিলো।

এ, পি, ওৰ চৰকাৰী জীপ গাড়ী খনতে যি দুই একপদ বস্তু লগত আনিছিলো তুলি দি আমি দুয়ো খোজ কাঢ়িয়েই ভট্টাচাৰ্য্য থকা চৰকাৰী বাস ভৱনলৈ আহিলো। বেচি দূৰ নহয়। ৰেলষ্টেচনৰ দক্ষিণৰ পকা আলিয়েদি কিছুদূৰ পূবলৈ আহিলে দক্ষিণলৈ যোৱা ৰেল লাইন এটা পোৱা যায়। এই ৰেল লাইন নামডাং কলিয়াৰীলৈ গৈছে। এই ৰেল লাইনেৰে দুশ আঢ়েশ ফুট গলেই ৰেল লাইনৰ কাষতে সহকাৰী ৰাজনৈতিক বিষয়াৰ ঘৰ। ঘৰটোত বিজুলী বাতি নাই। হাৰিকেন লেম্প জ্বলাব লাগে। আওঁহতীয়া ঠাইৰ ৰেল ষ্টেচনৰ ষ্টেচন মাষ্টাৰৰ টেবুলত থকাৰ দৰে শ্ৰীভট্টাচাৰ্য্যৰ এটা টেবুল লেম্প আছে। বাকী ওচৰৰ চাহবাগান আৰু আসাম ৰেলওৱেজ এণ্ড ট্ৰেডিং কোম্পানীৰ বিষয়া কৰ্মচাৰীৰ ঘৰত হ'লে বিজুলী বাতি আছে।

পকা আলিবাটৰ পৰা নামডাং কলিয়াৰীলৈ যোৱা এই ৰেল লাইনটোৰে আগ বাঢ়িলে প্ৰথমে পোৱা যাব বাজ্যিক হস্পিতাল। তাতো লেম্প জ্বলাব লাগে। লগতে চৰকাৰী ডাক্তৰৰ ঘৰ। ডাক্তৰৰ ঘৰটো দুই-চলীয়া, টিন পাতৰ। পাচৰটো ঘৰো একে ধৰণৰ কিন্তু আপেক্ষিক ভাবে দীঘল। এই ঘৰটোৰ এটা অংশত গড়কাপ্তানী বিভাগৰ এজন কৰ্মচাৰী থাকে, আনটো অংশত থাকে চেক্সনেল অফিচাৰ। তেৰেই মাৰ্ঘেৰিটাত গড়কাপ্তানী বিভাগৰ উচ্চতম

বিষয়া। ইয়াৰ পাচত সহকাৰী ৰাজনৈতিক বিষয়াৰ ঘৰ। ঘৰটোৰ পিচফাললৈ চৌহদ বৰ ডাঙৰ। এই ঘৰটোৱেই সেই লাইনৰ শেষ ঘৰ। তাৰ দক্ষিণে সৰু ঘন হাবি। তাত যে শিয়ালৰ বাহঁ সন্ধিয়াৰ পাচতহে বুজিব পাৰি।

মাৰ্ঘেৰিটা টিৰাপ হস্তান্তৰিত এলেকাৰ সদৰ ঠাই হলেও ই হস্তান্তৰিত এলেকাৰ বাহিৰত। এই হস্তান্তৰিত এলেকাৰ বিভিন্ন অংশ তিনিটা থানা অৰ্থাৎ ডিগবৈ, মাৰ্ঘেৰিটা আৰু লিডু থানাৰ অন্তৰ্গত। ডিগবৈ আৰু মাৰ্ঘেৰিটা থানাৰ অন্তৰ্গত সৰহভাগ ঠায়েই অৱশ্যে হস্তান্তৰিত এলেকাৰ বাহিৰত। মই কাৰ্য্যভাৰ গ্ৰহণ কৰা সময়ত এই তিনিওটা থানাৰে আইন শৃঙ্খলাৰ দায়িত্বও সহকাৰী ৰাজনৈতিক বিষয়াৰে আছিল। গতিকে প্ৰশাসনিক দিশৰ পৰা মাৰ্ঘেৰিটা সদৰ ঠাই হোৱাত সুবিধা হৈছিল।

তেল কোম্পানীক বাদ দি যেনেকৈ ডিগবৈ চহৰৰ কথা চিন্তা কৰিব নোৱাৰি তেনেকৈ আসাম ৰেলওৱেজ এণ্ড ট্ৰেডিং কোম্পানীক বাদ দি মাৰ্ঘেৰিটাৰ কথাও ভাবিব নোৱাৰি। ১৮৮১ চনত এই কোম্পানী স্থাপিত হোৱা সময়ত ই মাকুম নামেৰেহে জনাজাত আছিল। ১৮৯৪ চনৰ ফেব্ৰুৱাৰী মাহতে ইটালীৰ ৰাণীৰ নামেৰে এই ঠাইৰ মাৰ্ঘেৰিটা নামাকৰণ কৰা হয়।

এ আৰ এণ্ড টি কোম্পানীৰ মাৰ্ঘেৰিটা অঞ্চলত লিডু কয়লাখনি (১৮৮২ চনত স্থাপিত), টিক্‌ক (১৮৮৪), নামডাং (১৮৯০), বৰগোলাই (১৯০৯) আৰু টিপংপানী (১৯২৪) কয়লাখনিত বাদেও লিডুত এটা ইটা তৈয়াৰ কৰা ডাঙৰ কাৰখানা (১৮৯০ চনত স্থাপিত) আৰু মাৰ্ঘেৰিটাত এটা ভেনিয়াৰ মিল (১৯২২) আছিল। মুঠতে মই যোগদান কৰিবলৈ যোৱা সময়ত মাৰ্ঘেৰিটা এখন সম্পূৰ্ণ কোম্পানী টাউন।

এ, পি, ওৰ অফিচটোও এটা দীঘলীয়া টিনপাতৰ ঘৰ। এ,পি, ও বহা কোঠা তথা আদালত সৰু হলেও গুৱাহাটী উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ নাইডুৱে মন্তব্য কৰা মতে "ইট্ হেজ দি এপিয়েৰেন্স অৱ এ কোৰ্ট।" হেড ক্লাৰ্কত বাদেও অফিচত আৰু চাৰিজন সহায়ক, এজন পলিটিকেল জামাদাৰ, তিনিজন দোভাষী, ছয়জন, পি,এল,চি (পাৰমানেন্ট লেবাৰ ক'ৰ), পিয়ন, চৌকিদাৰ ইত্যাদি আছিল। পলিটিকেল জামাদাৰজন টিৰাপ মৌজাৰ মৌজাদাৰো আছিল। চিংফৌ জনগোষ্ঠীৰ লোক।

মাৰ্ঘেৰিটাৰ পৰা ৩৭নং ৰাষ্ট্ৰীয় পথেৰে চাৰিমাইল পূবলৈ গলে লিডু আৰু তাৰ পৰা সাতমাইল গলে লেখাপানী। লেখাপানী জুৰিৰ সৰু দলং খনৰ পৰাই বিখ্যাত ষ্টিলওৱেল ৰোড আৰম্ভ। সেই সময়ত তাত থকা ডাঙৰ চাইনবোৰ্ডখনত ইংৰাজীতে লিখা ঠাইসমূহৰ নাম এনে ধৰণৰ

STILWELL ROAD
LEDO ROAD
0 00

| | | | |
|---|---|---|---|
| SHINGBWIYANG | 103 | LUNGLING | 560 |
| WARAZUP | 189 | PADSHAN | 652 |
| MYITKYINA | 268 | YUNGPING | 755 |
| BHAMO | 372 | YUNNANYI | 876 |
| WANTING | 507 | TSUYUNG | 959 |
| | | KUNMING | 1079 |

লেখাপানীৰ পৰা পূবে ন মাইল ষ্টিলওৱেল ৰোডেৰে গলে জাগুণ আৰু সাতাইশ মাইলত জয়ৰামপুৰ। জাগুণৰ পৰা উত্তৰলৈ যোৱা পথেৰে নামচিক হৈ মিয়াও যাব পাৰি। ই অৰুণাচলৰ ভিতৰত। জয়ৰামপুৰ অসম আৰু অৰুণাচলৰ (তেতিয়াৰ নেফা) সীমা। জয়ৰামপুৰৰ পৰা বাৰ মাইল পূবে নামপং আৰু নামপংৰ পৰা সাত মাইল দূৰত পাংচু পাঁচ। এই পাচ (গিৰিপথ) পাৰ হলেই তাহানিৰ ব্ৰহ্মদেশ, আজিৰ মিয়ানমাৰ। দ্বিতীয় মহাসমৰৰ সময়ত নামপং "হেল গেট" নামেৰেহে জনাজাত আছিল। পাংচু পাচৰ পৰা কিছু দূৰ গলেই মিয়ানমাৰৰ ভিতৰত পথৰ সোঁফালে এটা হ্ৰদ আছে। চাৰ্ভে অৱ ইণ্ডিয়াৰ মানচিত্ৰত এই হ্ৰদ নামিডং লেক বুলি উল্লেখিত। এই হ্ৰদলৈ হেনো মানুহৰ যোৱা খোজহে আছে, অহা খোজ নাই। মহাসমৰৰ সময়ত বহতো মাৰ্কিন সৈন্যৰ তাত মৃত্যু হোৱা বুলি প্ৰকাশ।

মাৰ্ঘেৰিটালৈ আহি ভাল লাগিছিল। ভাল লগাৰ আৰু দুটামান কাৰণ আছিল। চৰকাৰী ঘৰটোৰ বাবে এ,পি,ওই ভাড়া দিব নালাগিছিল আৰু পদটোৰ লগত এশ টকাৰ এটা বিশেষ বানচ আছিল। সেইসময়ত সেয়েই ভালেখিনি ধন আছিল। ইয়াৰ উপৰিও মাৰ্ঘেৰিটা মোৰ স্বতন্ত্ৰ দায়িত্বৰ প্ৰথম কৰ্তব্য স্থান আছিল।

চৰকাৰী চাকৰিয়াল হিচাবে মাৰ্ঘেৰিটাত মোৰ প্ৰথম অভিজ্ঞতা কিন্তু তিক্ত। কামত যোগদান কৰাৰ এসপ্তাহ মানৰ ভিতৰতেই খবৰ পালো যে এজন মন্ত্ৰী মাৰ্ঘেৰিটা আৰু ওচৰ চুবুৰীয়া অঞ্চল ভ্ৰমনাৰ্থে আহিব। মাৰ্ঘেৰিটা ডাক বঙলাৰ ১ নম্বৰ কমটো ঠিকঠাক কৰালো। চাংবঙলাৰ এই কমটো এসময়ত ভাৰতৰ ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰপ্ৰসাদ আহিব বুলি সজা হৈছিল। ৰাষ্ট্ৰপতি

অৱশ্যে নাছিল। তথাপিও বাসটো হোৱাত আমাৰে ডি,আই,পি সকলৰ সুবিধা হ'ল।

নিৰ্দিষ্ট দিনা মন্ত্ৰী দিনৰ প্ৰায় এবাৰমান বজাত মাৰ্ঘেৰিটা ডাক-বঙলা পালেহি। লগত মন্ত্ৰীপত্নী। দুপৰীয়াৰ আহাৰ মাৰ্ঘেৰিটাতেই খাব বুলি চিলঙৰ পৰা আগতেই খবৰ দিয়া বাবে মন্ত্ৰী পি,এ আৰু ড্ৰাইভাৰৰ বাবে খোৱাৰ ব্যৱস্থা কৰা হৈছিল। মন্ত্ৰী পত্নীৰ নাম ভ্ৰমণ সূচীত উল্লেখ নাছিল যদিও খোৱাৰ পৰ্বটো কোনো ৰকমে চলি গ'ল। আহাৰৰ পাচত সস্ত্ৰীক মন্ত্ৰী ভ্ৰমণত ওলাল। গাড়ীখনৰ পাচফালে মন্ত্ৰী আৰু মন্ত্ৰীপত্নী, আগত ড্ৰাইভাৰ আৰু মই।

মাৰ্ঘেৰিটাৰ উপকণ্ঠত থকা নেফা প্ৰশাসনৰ টি,বি হাস্পাতাল দেখুৱাই, লালপাহাৰ চেমা নগা বস্তি হৈ লংটং এম, ই, স্কুল পালোগৈ। স্কুলখন তেতিয়াও হাইস্কুল হোৱা নাই। মন্ত্ৰীৰ ভ্ৰমণৰ উদ্দেশ্য হলে মই একো বুজা নাই। ট্ৰাইবেল এফেয়াৰ্চ বিভাগৰ লগত তেখেতৰ বিভাগৰ একো সম্পৰ্কও নাই। মন্ত্ৰীয়ে বাটত যাওঁতে হস্তান্তৰিত এলেকাৰ ৰাজহ, বেদখল, আইন-শৃঙ্খলা, শিক্ষা ইত্যাদিৰ কথা সুধি গৈছে কিন্তু মন্ত্ৰী পত্নীকহে চন্তালি ৰখা টান হৈছে। যতেই যি দেখে ভদ্ৰমহিলাক তাকেই লাগে। লালপাহাৰ চেমা বস্তিৰ পৰা ইতিমধ্যে নগা-শ্বল এখন লৈছেই। লংটং বস্তিৰ গাওঁবুঢ়া জহোভি চেমাইও মন্ত্ৰী পত্নীয়ে কোৱাত এখন শ্বল আনি দিছে। জাগুণৰ ওচৰত থকা এখন ফাকিয়াল গাওঁলৈও মন্ত্ৰীক লৈ গৈছিলো। তাতে গাওঁবুঢ়াৰ ছোৱালী এজনীয়ে পিন্ধি থকা ধুনীয়া ফুল দিয়া চাদৰ এখন দেখি মন্ত্ৰী পত্নীকো তেনে এখন লগা হ'ল— এনে ধৰণৰ কাপোৰ কোনো দোকানত বিক্ৰী নহয়— ফাকিয়াল মহিলা গাভৰুৱে নিজে তাঁতত বৈ লয়। মন্ত্ৰী পত্নীক কলো যে, "কেনেকুৱা ধৰণৰ কাপোৰ লাগে গাভৰু গৰাকীক কওক। কিছু দিন পাচত বোৱা হ'লে উপযুক্ত মাননী দি ময়েই বাৰু পঠাই দিম।" মন্ত্ৰী পত্নীৰ কিন্তু ৰ'বৰ ধৈৰ্য্য পাই— পাৰিলে ছোৱালী জনীৰ গাৰ পৰাই যেন চাদৰখন খুলি নিব। গাওঁবুঢ়াই অৱশ্যে অৱস্থাটো বুজি ঘৰৰ পেৰাৰ পৰাই অন্য এখন চাদৰ মন্ত্ৰী পত্নীক যাচিলেহি। মন্ত্ৰীপত্নীৰ দাম শুধিবৰ লৌকিকতা খিনিও নহ'ল। আহিবৰ সময়ত গাওঁবুঢ়াক কাৰবীয়াকৈ মাতি চাদৰখনৰ দামটো ডেওঁ মাৰ্ঘেৰিটালৈ গ'লে লৈ আহিবলৈ ক'লো। উভতি অহাৰ সময়ত মন্ত্ৰী পত্নীয়ে উদয়পুৰ গাওঁৰ গাওঁবুঢ়া শ্ৰীবাচকটাৰ পৰা খুজি বিউ এবটলো আনিছে। আপুনি মই লাজ পালেও উপায় নাই। আচল মন্ত্ৰী মন্ত্ৰীপত্নীহে, মন্ত্ৰী যেনিবা নবীয়া পাতিৰ দাখনহে।

সন্ধিয়া মাৰ্ঘেৰিটা ডাকবঙলা পাই মন্ত্ৰী পত্নীয়ে সময় পাৰ কৰিবলৈ

কেইখনমান মেগাজিন যোগাৰ কৰি দিবলৈ ক'লে, আৰু লগতে হেনে জেনে পঢ়াৰ সুবিধাৰ বাবে এটা টেবুল লেম্পও আনি দিবলৈ ক'লে। ডিব্রুগড়ৰ পৰা অনা "লাইফ" মেগাজিন কেইখনমান মোৰ ঘৰতে আছিল। সেই কেইখন আনি দিলো, কিন্তু মোৰটো টেবুল লেম্প নাই। ঘৰত ইলেকট্রিচিটিৰ কোনো কাৰবাৰেই নাই— আৰু টেবুল লেম্প! ভাবি চিন্তি ৰেল ষ্টেচনৰ ওচৰতে থকা "এন কে ঘোষ এণ্ড চন্‌চ্" নামৰ দোকান খনলৈ আহিলো। সেইখনেই মাৰ্ঘেৰিটাৰ একমাত্ৰ দোকান য'ত সকলো ধৰণৰ বস্তু ৰাখে। মালিকক ক'লো যে ৰাতিটো মন্ত্রীৰ ব্যৱহাৰৰ বাবে এটা ভাল টেবুল লেম্প লাগে। পিচদিনা পুৱাই ঘূৰাই দিম— কিয়নো মন্ত্রী পিচদিনা পুৱাতে যাবগৈ। দুই-তিনি ধৰণৰ টেবুল লেম্প দোকানত আছে। তাৰে মজলীয়া ধৰণৰ এটা লেম্প আনি (দাম সম্ভৱ ৪৫-৪৬ টকা হ'ব) মন্ত্রী পত্নীক দিলো। পিচদিনা পুৱা তেখেতসকলে মাৰ্ঘেৰিটা এৰাৰ আগে আগে ডাক বঙলালৈ আহিম বুলি কৈ ৰাতিটোৰ বাবে বিদায় ললো।

পিচদিনা পুৱা ডাক বঙলা পাওঁতে দেখো মন্ত্রী যাবলৈ সাজু মন্ত্রীপত্নী গাড়ীত উঠিছেই। চকীদাৰক বিলৰ কথা সোধাত পি, এ, জনে টকা দিয়া বুলি ক'লে। খন্তেক পাচতে মন্ত্রী গলগৈ।

মন্ত্রীক বিদায় দি টেবুল লেম্প টো আৰু মেগাজিন কেইখন আনিবলৈ বুলি চাং বঙলাত উঠি ১ নম্বৰ কমত সোমাই দেখো যে টেবুল লেম্পও তাত নাই, মেগাজিন কেইখনো নাই। ড্ৰয়াৰ, আলমাৰী খুলি চাওঁ— তাতো নাই। চকীদাৰক মাতি টেবুল লেম্প আৰু মেগাজিন সি কত থৈছে শুধিলো। কিন্তু তাৰ কথা শুনি নিজেই নিজৰ মূৰৰ চুলি চিঙিম যেন লাগিল। কলে যে মেম্ চাহাবে টেবুল লেম্পটো আৰু মেগাজিনখিনি গাড়ীত লৈ গৈছে— সি নিজে দেখিছে। খঙতে তাক গালি পাৰি ক'লো— মেম-চাহাব নে তোৰ মূৰ, এনে চুৰুণী ক'ৰবাত আছেনে?

মোৰ এমাহৰ "স্পেচিয়েল পে" এনেয়ে গ'ল।

# বিদ্যাৰম্ভ

ৰাজধানী তেতিয়া চিলঙত। ১৯৬৮ চনৰ জুলাই মাহৰ কথা। মই বিত্ত বিভাগৰ টেক্সেচন শাখাৰ অবৰ সচিব হিচাবে বদলি হৈ আহিছো ডিফুৰ পৰা। মোক বহিবলৈ দিয়া কোঠাটো সচিবালয়ৰ মূল ভবনৰ একেবাৰে তল তলাত। সোমোৱা পথৰ কাষৰ ৰিচেপশ্যনিচ্‌টৰ কাষৰ কোঠাটো। কোঠাটোত আমি তিনি জন কৰ্মচাৰী বহো। তিনিওজনেই বিত্ত বিভাগৰ বিভিন্ন শাখাৰ অবৰ সচিব। সচিবৰ কোঠা তিনতলাত, মুখ্য সচিবৰ কোঠাৰ বিপৰীত ফালে। আগবেলা কামত যোগদান কৰিয়েই সচিবৰ কোঠালৈ সচিবক দেখা কৰিবলৈ গ'লো। সচিবৰ পিয়নজনে কলে যে চাহাব বোম্বাইলৈ গৈছে— তিনিদিন মান পাচতহে উভটিব। সচিব নাই যেতিয়া যুটীয়া সচিবকে এবাৰ দেখা কৰা ভাল হ'ব বুলি ভাবি দুই তলাত থকা যুটীয়া সচিবৰ কোঠাত সোমালো। যুটীয়া সচিব আছে। চিনাকী দিলো। যুটীয়া সচিবে চাহ একাপ যাচি এঘণ্টামান বক্তৃতা দিলে— বিক্ৰীকৰ সম্পৰ্কীয় আইন কেইখনতে আৰম্ভ কৰি কৃষি আয়কৰ, ক্ৰয়কৰ, যাত্ৰী আৰু মালবস্তু কৰৰোপন আইনলৈকে। ইমানবোৰ আইনৰ নামেই শুনা নাছিলো। ভয়ো লাগিল। ভুল-ভ্ৰান্তি নোহোৱাকৈ এনে টান কাম কৰিব পাৰিম জানো? বক্তৃতা শুনি মোৰ কোঠালৈ নামি আহোতে ভাবিছো— তল তলাৰ পৰা তিনতলাৰ কোঠা পোৱা বোধহয় এই জীৱনত সম্ভৱ নহ'ব।

সচিব বোম্বাইৰ পৰা ঘূৰি আহিল। দেখা কৰিলো। ক'ত ক'ত আগতে কাম কৰিছো শুধিলে। কলে, "অসম আৰু কেন্দ্ৰীয় বিক্ৰিকৰ আইন দুখন আৰু অসম বিত্ত বিক্ৰিকৰ আইন খন পঢ়িবা আৰু লগত ৰাখিবা। ইয়াত কাম কৰি ভালেই পাবা।"

কাম কৰি বেয়া পোৱা নাই। কৰ আযুক্ত চাইগল চাহাব। বেচিভাগ চাকৰিয়ালেই বাঘ দেখাদি দেখে। ডিব্ৰুগড়ত তেখেতক উপাযুক্ত হিচাবে পাইছিলো। কৰ আযুক্তৰ অফিচ গৱৰ্ণৰ হাউচৰ ওচৰত। প্ৰায়েই তালৈ যাওঁ। চাইগল চাহাবো সচিবালয়ৰ মূল ভবনলৈ আহিলে মোৰ কোঠাত সোমায় আৰু দিহা পৰামৰ্শ দিয়ে। মোৰ বিভাগৰ নথি মই আগতে উল্লেখ কৰা যুটীয়া সচিব

জনালৈ পঠাওঁ, তেওঁ প্ৰয়োজন মতে সচিবৰ হুকুম লয়।

এদিন আগবেলা কোঠাত বহি কাম কৰি থকা। অকস্মাৎ দুজন মানুহ মোৰ ওচৰলৈ আহিল। এজনক চিনি পাওঁ, চিলং আৰু গুৱাহাটীৰ দুটা চিনেমা হ'লৰ মালিক। তেৱেঁই লগত অহা জনক চিনাকী কৰি দিলে। এওঁ বোম্বাইৰ- চিত্ৰ পৰিচালক। কলে যে এই চিত্ৰ পৰিচক ু পৰিচালনা কৰা এখন হিন্দী ছবি অলপতে অসমৰ ছবিঘৰসমূহত মুক্তি লাভ কৰিব। ছবিখন দেশপ্ৰেমমূলক, গতিকে অসম চৰকাৰক এই ছবিখনৰ আমোদ কৰ ৰেহাই দিবৰ বাবে অনুৰোধ জনাবলৈ তেওঁ চিলঙলৈ আহিছে। তেওঁলোকে মোৰ হাতত এখন দৰ্খাস্ত আৰু ছবিখনৰ বিষয়ে কেই খনমান পুস্তিকা আৰু বিজ্ঞাপনো দিলে। যথাবিহিত ব্যৱস্থা লোৱা হব বুলি তেওঁলোকক বিদায় দিলো।

চলিত প্ৰথামতে দৰ্খাস্ত কৰ আয়ুক্তৰ কাৰ্য্যালয়লৈ মতামতৰ বাবে পঠোৱা হ'ল। কেইদিনমানৰ ভিতৰতেই কৰ উপায়ুক্ত শ্ৰী চি, এ, ধৰৰ দস্তখতত মতামত আহিল। প্ৰমোদ কৰ ৰেহাই দিয়াত কৰ আয়ুক্তৰ কাৰ্য্যালয়ৰ আপত্তি আছে। লিখিছে— আগতে দুই-তিনিখন হিন্দী ছবিত এনেদৰে প্ৰমোদ কৰ ৰেহাই দিয়া বাবে চৰকাৰৰ ২০-২২ লাখ টকা লোকচান হৈছে।

কৰ উপায়ুক্তৰ মতামত পোৱাৰ পাচত ছবিখন সম্পৰ্কে মোক আগতে দি যোৱা পুস্তিকা আৰু বিজ্ঞাপন ভালদৰে পঢ়িলো। ছবিখন তেতিয়ালৈকে অসমত মুক্তি লাভ কৰা নাই বাবে চাবৰ সুবিধা পোৱা নাছিলো। যথা সময়ত কৰ উপায়ুক্তৰ মতামত সহ নথি যুটীয়া সচিবলৈ পঠালো। লিখিলো— "পুস্তিকা পঢ়ি অনুমান হৈছে ছবিখন সন্ত্ৰাসবাদী সম্পৰ্কীয়। দেশৰ বিৰুদ্ধে কাম কৰা এটা গোটক সৰ্ব্বশেষত পুলিচে কৰায়ত্ব কৰিছে। পুলিচে দোষীক কৰায়ত্ব কৰা, আদালতে শাস্তি বিহা ইত্যাদি দৃশ্য থাকিলেই ছবি এখন দেশপ্ৰেমমূলক বুলি অভিহিত কৰা টান। ইয়াৰ উপৰিও ৰাজহৰ ফালৰ পৰাও চালেও প্ৰমোদ কৰ মাফ দিয়া মুঠেই সমিচীন নহব।

নথি পাই যুটীয়া সচিবে মোক মাতিলে। কৰ ৰেহাইৰ বাবে টোকাত লিখাত তেওঁ মোক পেটে পেটে ভাল পোৱা নাই। তেওঁৰ কথাৰ পৰা বুজিছো চিনেমা হলৰ মালিক আৰু বোম্বাইৰ চিত্ৰ পৰিচালকে তেওঁকো লগ ধৰিছে। তেওঁ মোক ক'লে যে মই হেনো বিষয়টো সঠিক ভাবে উপলব্ধি কৰিব পৰা নাই। টকাৰ কথাটো এই ক্ষেত্ৰত গৌণ- চিনেমা খনে কি বুজাব খুজিছে সিহে মুখ্য ইত্যাদি, ইত্যাদি। শেষত তেওঁ মোৰ টোকাটো সলাই, তেওঁ কোৱা ধৰণে যুক্তি কৰি টোকা দিবলৈ ক'লে।



9

মই মান্তি নহলো। কলো যে মই মোৰ মতামত লিখিছো। আপোনাৰ মতামত মোৰ লগত নিমিলিব পাৰে। আপুনি যেনে উচিত বুলি ভাবে তেনে ধৰণে লিখা ভাল হ'ব, চূড়ান্ত সিদ্ধান্ত সচিবেহে লব কিয়নো ইয়াৰ লগত ৰাজহ পোৱা নোপোৱাৰ কথা জড়িত আছে।

পিচদিনা নথি ঘূৰি আহিল। যুটীয়া সচিবে প্ৰমোদ কৰ ৰেহাই দিয়াৰ সপক্ষে যুক্তি দৰ্শাই এক পৃষ্ঠাৰ টাইপ কৰা টোকা এটা সচিবলৈ দিছে। নথি অফিচলৈ পঠালো। তাত "মুভমেণ্ট" ৰেজিষ্টাৰ"ত "এণ্ট্ৰি"হে নথি সচিবলৈ যাব। সচিবৰ তাত নথি মুহুৰ্ত্তৰ বাবেও পৰি নাথাকে। সচিবৰ হুকুম হৈ নথি প্ৰথমে যুটীয়া সচিবলৈ আহিল, পাচত মোলৈ। সচিবৰ হুকুম এক লাইন— প্ৰমোদ কৰ ৰেহাই দিয়াৰ কোনো যুক্তি নাই। হুকুমটো দেখি মনে মনে ভালেই পালো। দৰ্খাস্তকাৰীক লগে লগে হুকুমৰ বিষয়ে জনোৱা হ'ল।

কাম কাজত কোনো অসুবিধা নাপালেও মোৰ মনত এটা ধাৰণা হৈছে যে যুটীয়া সচিবে মোৰ ওপৰত কিছু ক্ষুন্ন হৈছে। তলতীয়া বিষয়া হিচাবে প্ৰায়েই মোৰ তেওঁৰ তালৈ যাবলগীয়াত পৰে, কিন্তু মই গলেই তেওঁ গহীন হৈ পৰে। কথাটো কেবা দিনো চিন্তা কৰিছো, কিন্তু "নোট চিটত" নোট সলাবলৈ কোৱা কথাত নিজকে সৈমান কৰিবলৈ টান পাইছো।

এই ঘটনাৰ কেইদিনমান পাচত সৰ্থেবাৰী কাঁহ শিল্প উদ্যোগৰ কেইগৰাকী মান কৰ্মকৰ্ত্তা এখন দৰ্খাস্ত লৈ মোৰ ওচৰলৈ আহিল। তেওঁলোকৰ বিক্ৰি কৰৰ দেনা হৈছেগৈ প্ৰায় এক লাখ পঞ্চাচ হাজাৰ টকা। প্ৰাৰ্থনা-থলুৱা উদ্দ্যোগ আৰু লোকচান হোৱা বাবে বিক্ৰিকৰ ৰেহাই দিব লাগে। দৰ্খাস্ত ৰাখিলো, কৰ্মকৰ্ত্তা সকল কেইদিনমান পাচত আকৌ আহিব বুলি কৈ গ'লগৈ।

নথি চাই দেখিলো বিক্ৰি কৰ ৰেহাইৰ বাবে উদ্দ্যোগটোৰ এই খনেই প্ৰথম দৰ্খাস্ত নহয়। আগতে আৰু দুখন দৰ্খাস্ত দিছিল। কিন্তু সচিবে দুয়োখন দৰ্খাস্ত নামঞ্জুৰ কৰিছে। এতিয়ানো মই আৰু কেনেকৈ এই একেই ধৰণৰ দৰ্খাস্তৰ ওপৰত কৰ ৰেহাই দিব লাগে বুলি লিখিম? কেইদিনমান পাচত সৰ্থেবাৰীৰ লোক কেইজন অহাত কলো যে আগতে দুবাৰো প্ৰাৰ্থনা নামঞ্জুৰ কৰা বাবে এতিয়া আকৌ নতুনকৈ তেখেত সকলক বিক্ৰিকৰ ৰেহাই দিব লাগে বুলি লিখা টান হ'ব আৰু লিখিলেও কোনো ফল নহ'ব। তাতকৈ তেখেতসকলে নিজেই এবাৰ সচিবক লগ ধৰি উদ্দ্যোগটোৰ দুৰ্দশাৰ কথা কোৱা ভাল হ'ব। তেখেত পতিয়ন গলে হয়তো কিছু ৰেহাই দিবও পাৰে। অন্য একো উপায় নাই দেখি তেখেতসকলে সচিবক সেই দিনাই দেখা

কৰিবৰ সিদ্ধান্ত ললে।

মই ইতিমধ্যে যুটীয়া সচিবৰ যোগেদি নথি সচিবলৈ পঠাইছো। লিখিছো যে দৰ্খাস্তকাৰী সকলে একে বিষয়তে বেহাইৰ বাবে কৰা প্ৰাৰ্থনা আগতে দুবাৰ নামঞ্জুৰ হৈছে। গতিকে নতুনকৈ বিবেচনা কৰাৰ যোগ্য থল নাই। সচিবে প্ৰাৰ্থনা আগতে দুবাৰ নামঞ্জুৰ কৰা দেখি যুটীয়া সচিবেও মোৰ টোকাৰ ওপৰত একো নিলিখি তলত মাথো এটা দস্তখত কৰি দিছে।

সেই দিনা আবেলি। ৪ বাজি গৈছে। নথি পত্ৰ সামৰিছো। চাৰে চাৰি বজাত ছুটী। এনেতে সচিবৰ পিয়ন আহি কলে যে চাহাবে চালাম দিছে। সচিবৰ কোঠা পালোগৈ। দেখিলো সৰ্থেবাৰীৰ পৰা অহা মানুহ কেইজন তাত বহি আছে। সচিবে মোক সোমোৱাৰ লগে লগেই ক'লে, "কাহ শিল্প উদ্দ্যোগটো দুৰ্দশাৰ সন্মুখীন হোৱা কথাটো সঁচা, কিন্তু আগতে দুবাৰ প্ৰাৰ্থনা নামঞ্জুৰ কৰাৰ পাচতনো এতিয়া বিক্ৰিকৰ বেহাই দিয়া যায় কেনেকৈ? তোমাৰ কিবা কবলগীয়া আছে নেকি?' কলো যে বিত্ত বিভাগৰ পক্ষে এটা উদ্যোগৰ বাবে তপচিল সলনি কৰি বিক্ৰি কৰ বেহাই দিয়া টান। কিন্তু সচিব যদি মান্তি হয় তেতিয়া হলে আমি উদ্দ্যোগ বিভাগক, দিবলগীয়া বিক্ৰি কৰৰ সম পৰিমাণৰ টকা, কাহ শিল্প উদ্যোগক মঞ্জুৰী হিচাবে দিবলৈ অনুৰোধ কৰিব পাৰো। তেতিয়া হলে বিক্ৰিকৰে বেহাই দিব নালাগে, এখেতসকলৰো অসুবিধা নহব।" সচিব লগে লগে মান্তি হ'ল। তেতিয়াই উদ্যোগ বিভাগৰ সচিবলৈও টেলিফোন কৰিলে। আমি বহি থাকোতেই উদ্যোগ বিভাগৰ সচিবো বিত্ত সচিবৰ কোঠালৈ আহিল। তেখেতেও টকা খিনি অনুদান হিচাবে দিবলৈ মান্তি হ'ল আৰু পিচদিনা মোক তেখেতক লগ ধৰিবলৈ নিৰ্দেশ দিলে। কাঁহ শিল্প উদ্যোগৰ কৰ্মকৰ্তা সকল প্ৰফুল্লমনে উভটিল। ইয়াৰে কিছুদিন পাচত সচিবৰ পৰা এটা হুকুম আহিল। হুকুমটো হ'ল এয়ে যে টেক্সেচন্ শাখাৰ নথি হুকুমৰ তাৰিখৰ দিনৰ পৰাই অবৰ সচিবে পোনে পোনে সচিবলৈ পঠাব। কাম কাজত সচিব অসন্তুষ্ট নহয় বুলি বং লাগিলেও মনত ভয়ো লাগিল। আগতে ভুল-ভ্ৰান্তি হ'লেও অন্ততঃ মাজতে যুটীয়া সচিব "ষ্কক এবচৰবাৰ" হিচাবে আছিল। এতিয়া একেবাৰে বৰ তোপৰ মুখত। আৰু সতৰ্ক হব লাগিব।

# খুটি

ইডেন গাৰ্ডেন, কলিকতা ১৯৪৮-৪৯ চন।

ওৱেষ্ট ইণ্ডিজ আৰু ভাৰতৰ মাজত তৃতীয় ক্ৰিকেট টেষ্ট খেলা। মই তেতিয়া প্ৰেচিডেন্সি কলেজৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ, থাকো ইডেন হিন্দু হোষ্টেলত। হোষ্টেলৰ বহুতো ল'ৰাই খেল চাবলৈ চিজন টিকট কিনিছে। একেবাৰে সৰ্বনিম্ন চিজন টিকটৰ দাম ১২ টকা। পুঃ পাচ বজাতে উঠি হাতত কেইখনমান খবৰ কাগজ আৰু সৰু টিফিন বক্স এটা লৈ কলুতোলা ষ্ট্ৰীটেদি চিত্তৰঞ্জন এভিনিউ আৰু এসপ্লানেড হৈ ইডেন গাৰ্ডেন পাওঁগৈ। একে হোষ্টেলৰে আমি কেবা জনো ল'ৰা প্ৰায়েই খোজকাঢ়ি যাওঁ, কেতিয়াবাহে এই পথ চোৰা বাচত গৈছো।

চিজন টিকটৰ ১২ টকীয়া ষ্টেণ্ডটো কাঠৰ, অস্থায়ী। হোষ্টেলৰ পৰা পুৰণা খবৰ কাগজ হাতত নিয়াৰ একমাত্ৰ উদ্দেশ্য গেলেৰীত পাৰি বহিবলৈ। বাৰটকীয়া ষ্টেণ্ডৰ দৰ্শক সৰহ ভাগেই বিভিন্ন কলেজৰ শিক্ষক আৰু ছাত্ৰ। আমা কলেজৰে অধ্যাপক ড° জে, চি সেনগুপ্তকে (এখেত পাচলৈ প্ৰেচিডেন্সি কলেজৰ অধ্যক্ষ আৰু পশ্চিম বঙ্গৰ ডি, পি, আই হৈছিল) ধৰি কেবাজনো অধ্যাপক আৰু প্ৰবক্তা এই ষ্টেণ্ডতে আমাৰ কাষত বহিছিল। তেখেত সকল ওচৰত বহাত আমাৰ বৰং সুবিধাই হৈছিল, কিয়নো লাঞ্চৰ সময়ত তেখেতসকলে অনা আহাৰৰ কিছু অংশ আমাৰ ভাগতো পৰিছিল। আমি বহা ঠাইৰ ওচৰৰ এটা অংশত যাদবপুৰ ইঞ্জিনিয়াৰিং কলেজৰ কিছু সংখ্যক ছাত্ৰৰ মাজত এটা ঠাইত সেই সময়ৰ বিখ্যাত বঙালী কৌতুক অভিনেতা শ্ৰী নবদ্বীপ হালদাৰকো বহি ক্ৰিকেট খেলা চোৱা দেখিছিলো।

ভাৰতে প্ৰথম ইনিংচত ওৱেষ্ট ইণ্ডিজৰ ৩৬৬ ৰানৰ উত্তৰত মাত্ৰ ২৭২ ৰানহে কৰিছে। দ্বিতীয় ইনিংচত ওৱেষ্ট ইণ্ডিজে ৯ উইকেটৰ বিনিময়ত ৩৩৬ ৰান কৰি ইনিংচ সমাপ্তিৰ ঘোষণা কৰিলে। ভাৰতে দ্বিতীয় ইনিংচত ৪৩১ ৰাণ কৰি খেল জিকাৰ কথা কোনেও ভবা নাই, ভাবিছে, কেনেকৈ সকলো খেলুৱৈ আউট নোহোৱাকৈ থাকি খেলা খন ড্ৰ হয়। ওৱেষ্ট ইণ্ডিজৰ কেপ্তেইন গডাৰ্ড, গোমেজ আৰু ফাৰ্গুছনে সুন্দৰ বলিং কৰিছে, গতিকে

ভালদৰে নেখেলিলে ভাৰতৰ পৰাজয় নিৰ্ঘাৎ।

মোস্তাক আলীয়ে দ্বিতীয় ইনিংচত ১০৬ কৰি আউট হোৱাৰ পাচত আৰু, এচ মোদী আৰু বিজয় হাজাৰে দুয়ো বৰ ধীৰ আৰু সুস্থিৰ ভাবে খেলি আছে। হাজাৰে একেবাৰে নিৰ্বিকাৰ, মেইড়েন্স পাচত মেইড়েন্ দি গৈছে। কাটিংহে সুবিধা চাই দুটা এটা চিঙ্গলচ্ লৈছে। সকলোৱে আশা কৰিছে যে এওঁলোক টিকি থাকিলে ভাৰতে অন্ততঃ পৰাজয় বৰণ নকৰে।

আমাৰ কাষতে চুট, টাই, ফেল্ট হেট্ পিন্ধি এক বঙালী ভদ্ৰলোকে প্ৰথম দিনাৰ পৰাই খেল চাইছে। ভদ্ৰলোকৰ মুখত সকলো সময়তে এটা দীঘল চিগাৰ। ভদ্ৰলোক স্বল্পভাষী, আপোন মনে চিগাৰ হুপি খেলা চায়। ভাৰতৰ দ্বিতীয় ইনিংচৰ খেলাত কিন্তু এই ভদ্ৰলোক বৰ বিক্ষুব্ধ হৈ উঠিছে। হাজাৰে ওভাৰৰ পাচত ওভাৰ ব'ল ব্লক কৰি মেইডেনচ্ দি যোৱাত ভদ্ৰলোক উত্তেজিত হৈ পৰিছে। তেওঁৰ অসন্তুষ্টি ইমানেই গভীৰ হৈছে যে দুই-তিনিবাৰ তেওঁ হাজাৰেক উদ্দেশ্য কৰি চিঞৰিয়েই কৈছে যে "বল মাৰিলে মাৰা নহলে আউট হৈ ফিল্ডৰ বাহিৰ হোৱা, এনেদৰে থুক থুক কৈ ব্লক কৰি ক্ৰিকেট খেলাৰ কোনো মানে নহয়।" ভদ্ৰলোকৰ চিঞৰ শুনি অকল আমিয়েই নহয় আৰু দুই-চাৰিজনে তেওঁৰ ফালে চাইছে। এনেতে হঠাতে নবদ্বীপ হালদাৰৰ মাত শুনিলো। ভদ্ৰলোকক উদ্দেশ্য কৰি কৈছে, "দাদা, হাজাৰে আউট হবে কি কৰে? ওটো দুটো উইকেটে খেলছে, একটা উইকেটটো আপনাৰ মুখে" সকলোৱে গিৰ্জনী মাৰি হাঁহি উঠিল। ভদ্ৰলোকে লগে লগে মুখৰ চিগাৰ হাতত ললে।

পঢ়া শেষ হ'ল। দুবেলা দুমুঠিৰ চিন্তা আৰম্ভ হ'ল। চাকৰিত সোমালো। বহু ঠাই ঘূৰি চাকৰি জীৱনৰ বিয়লি বেলা এটা অনুষ্ঠানলৈ বদলি হোৱা সময়ত মোৰ পূৰ্ববৰ্ত্তী বিষয়াজনে সেই অনুষ্ঠানৰে উচ্চ খাপৰ বিষয়া এজন সম্পৰ্কে মোক সাৱধান কৰি দিলে। কামত যোগদান কৰাৰ কিছুদিনৰ ভিতৰতেই এই বিষয়াজনৰ স্বৰূপ বুজিব পাৰিলো। ভদ্ৰ ঘৰৰ শিক্ষিত ল'ৰা, কিন্তু হ'লে কি হ'ব? মানুহজন দুৰ্নীতি পৰায়ণ। অনুমোদন, ক্ৰয়, আবণ্টন ইত্যাদি কোনো কামতে পইচা হাতত নপৰালৈকে কোনো কাম নকৰে। মই অহাৰ আগতে দুই তিনিবাৰ দুৰ্নীতি সম্পৰ্কত তেওঁৰ বিৰুদ্ধে বিভাগীয় গোচৰ তৰা হৈছে কিন্তু কোনো বাৰেই এই দুৰ্নীতি প্ৰমাণিত হোৱা নাই। কেবাবাৰো বিভাগীয় গোচৰ তৰি গাৰ নোম এডালো লৰাব নোৱাৰা দেখি তেওঁ বে-পৰোৱা হৈ উঠিছে। আনকি অনুষ্ঠানটোৰ মফচল টাউনৰ চাকৰিয়াল সকলেও হেনো এবিয়াৰ পে, হাউচ বিল্ডিং এডভান্স ইত্যাদি লবৰ সময়ত এই বিষয়া জনক

মাননী দিব লাগে।

বিষয়াজন কথা বতৰাত বৰ ভদ্ৰ। অতিভক্তি চোৰৰ লক্ষণ কথাষাৰৰ জলন্ত প্ৰমাণ। তেওঁৰ দুৰ্নীতিৰ কথা বতৰাবোৰ শুনি থাকিলেও কাকো একো সকাহ দিব পৰা নাছিলো— প্ৰমাণৰ অভাবত। এনেবোৰ বিষয়ত প্ৰমাণ পোৱা যে অসম্ভৱ সেই কথা জানো, কিন্তু আমাৰ ব্যৱস্থাত প্ৰমাণ নহলেতো নহব। এবাৰ ভাবিলো তেওঁৰ সকলো ক্ষমতা আন এজন বিষয়ালৈ হস্তান্তৰিত কৰো অথবা নিজেই লওঁ। কিন্তু দেখিলো সিও সম্ভৱ নহয়। মোৰ নিজৰ কামৰ উপৰিও আন এজন উচ্চ বিষয়াৰ সকলো কাম মোৰ বাবে কৰা অসম্ভৱ আৰু এই জন বিষয়াৰ সমপৰ্য্যায়ৰ তেনে দায়িত্ব দিব পৰা বিষয়াও অনুষ্ঠানটোত নাই। বিষয়াজনক মই বদলি কৰিবলৈ নিলিখাও নহয়, কিন্তু প্ৰস্তাব প্ৰস্তাব হৈয়েই চৰকাৰৰ সংশ্লিষ্ট বিভাগত পৰি থাকিল।

কিন্তু বেজৰ নাকটো খৰ হোৱাৰ দৰে তেওঁৰ দুটা অনিয়ম আমাৰ চকুত পৰিল। প্ৰথমটো হ'ল— কাৰ্য্যালয়ৰ বাবে কোনো এটা বস্তু কিনা দেখুৱাই কোনো এখন ফাৰ্মক ৬,৪০০ টকা আদায় দিয়া। বস্তুটো কিন্তু কাৰ্য্যালয়ত ক'তো নাই বা কাকো সাময়িক ভাবে ব্যৱহাৰ কৰিবলৈ দিয়াৰো কোনো ৰেকৰ্ড নাই। দ্বিতীয়— বিষয়াজনে এল, টি, চিৰ বিলত যি সময়চোৱাত অসমৰ বাহিৰত ভ্ৰমণত থকা দেখুৱাইছিল, সেই সময়চোৱাতে গুৱাহাটীত বেমাৰ হোৱা বুলি নিজৰ নামত দৰৱ কিনাৰ কেচ মেমো দাখিল কৰি মেডিকেল ৰি-ইম্বাৰচ্‌মেণ্ট লৈছিল।

তেওঁৰ বিপক্ষে বিভাগীয় গোচৰ তৰিবলৈ খচৰা সহ প্ৰমাণ চৰকাৰলৈ পঠোৱা হ'ল। লগতে নিলম্বিত কৰণৰ বাবেও প্ৰস্তাব দিয়া হ'ল। চৰকাৰৰ পৰা উত্তৰ নোপোৱাত সময়ে সময়ে সোঁৱৰণীও দিয়া হৈছে যদিও চৰকাৰৰ ফালৰ পৰা একো সিদ্ধান্তৰ কথা জনোৱা নাই।

এদিন মোৰ পূৰ্ববৰ্তী বিষয়াজনক চৰকাৰী সভা এখনত লগ পালো। কথাই কথাই সেই ভ্ৰষ্টাচাৰী বিষয়াজনৰ কথা ওলাল। ক'লো যে তেওঁ কৰা দুটা অনিয়ম ধৰা পৰাত বিভাগীয় বিচাৰৰ বাবে প্ৰস্তাব দি উৰ্দ্ধতম মহললৈ লিখা হৈছে। কিবা ব্যৱস্থা ইতিমধ্যে লোৱা হৈছে নেকি সোধা প্ৰশ্নৰ উত্তৰত মোৰ নেতিবাচক উত্তৰ শুনি পূৰ্ববৰ্তী বিষয়াজনে ঢেক্ ঢেকাই হাঁহিবলৈ ধৰিলে। কলে, "তেওঁৰ খুটি দিচপুৰত, তুমি যে লৰাব পাৰিবা সন্দেহ।"

লগে লগে ১৯৪৮-৪৯ চনত ইডেন গাৰ্ডেনত চুৰুট খোৱা ভদ্ৰলোক আৰু বিজয় হাজাৰেৰ কথা মনত পৰিল। বিজয় হাজাৰে দুটা খুটি লৈ

খেলিছিল, কিন্তু যি শুনিলো আমাৰ এই বিষয়াজনৰ দুটা খুটি দিচপুৰত। মোৰ নিচিনা "আনাড়ী"য়ে এটা খুটিত বলিং কৰি তেওঁক আউট কৰিব যে নোৱাৰিম তাত কাৰো সন্দেহ নাই। তথাপিও যত্ন কৰাতকৈ বাধা নাই। ময়ো পিচ এৰা নাই। তালৈ দিন পাচত বিষয়াজনক যন্ত্ৰ কিনা টকা আৰু এল, টি, চিৰ টকা ঘূৰাই দিবলৈ নির্দেশ আহিল। আন কোনো শাস্তি নহ'ল। বিষয়াজনে টকা ঘূৰাই দিলে। কাৰ্য্যালয়ৰ আন কৰ্মচাৰীৰ আগত তেওঁ অৱশ্যে হেয় প্ৰতিপন্ন হ'ল।

ভাবিলো আউট কৰিব নোৱাৰিলেও "ইনজিওৰড" হৈছে। কিন্তু "ৰাণাৰ" লৈ হলেও এওঁ যে খেলিব তাত কোনো সন্দেহ নাই।

# "ফিফটিন, ফিফটিন"

প্ৰায় একযুগ আগৰ কথা। মোৰ ৫ বছৰীয়া ছোৱালী জনীৰ ভালে দিন ধৰি জ্বৰ। চহৰৰ মাজমজিয়াতে থকা বহুতে নাম কোৱা ডাক্তৰ এজনৰ ওচৰলৈ গলো। বেমাৰী চালে। কলে মেলেৰীয়াই হ'ব। চিকিৎসা চলিল। এদিন অন্তৰে অন্তৰে, কেতিয়াবা দৈনিক ডাক্তৰৰ ওচৰলৈ যোৱাটো প্ৰায় ৰুটিনত পৰিণত হ'ল। ডাক্তৰৰ তালৈ অহা যোৱা খৰচৰ উপৰিও প্ৰতিবাৰে ১৫ টকাকৈ (সেই সময়ৰ চলিত ডাক্তৰৰ ফিজ) ডাক্তৰৰ ফিজ দি ভাগৰি গৈছো। দৰবৰ দামো আছে। ডাক্তৰে দৰব বদলাই দি আছে কিন্তু জ্বৰৰ উপশম নহয় হে নহয়। ডাক্তৰৰ লগত ইতিমধ্যে সামন্য ঘনিষ্ঠতা হৈছে। ঘৰত কাম কৰা ল'ৰাটো কাঞ্চা বুলি কোৱাত ডাক্তৰ চিন্তিত হ'ল। ক'লে নেপালী মানুহৰ মাজত টি, বি ৰোগ বেচি— ছোৱালী জনীক এই বিষয়েও তেওঁ পৰীক্ষা কৰিব। চিকিৎসা চলি আছে। ইতিমধ্যে ডাক্তৰে দৰবো বদলাই দিছে। এদিন ডাক্তৰে ক'লে যে ছোৱালীজনীৰ লিভাৰৰ অসুখ, খোৱা বস্তুত নিমখ নিদিব পাৰিলে ভাল। বেলেগ দৰবো দিলে। ছোৱালী জনীৰ ইতিমধ্যে হাড় চাল নোহোৱা অৱস্থা হৈছে।

জ্বৰ কমা নাই। পৰিবাৰে কেবা দিনো ধৰি এই ডাক্তৰ জনৰ বদলি অন্য কোনোৱা এজন ডাক্তৰক দেখুওৱাৰ কথা কৈ আছে। পুনৰ ডাক্তৰৰ ওচৰলৈ গ'লো। গলেই ১৫ টকা ফিজ্। তথাপিও তেওঁক যেতিয়া ইমান দিনে দেখুৱালো, ভদ্ৰতাৰ খাতিৰত অন্য এজনক দেখুৱাম বুলি কথাটো কোৱা ভাল হ'ব। সেইদিনাই ডাক্তৰে কিন্তু কলে যে তাইৰ সম্ভৱ নিফ্ৰাইটিচ্ হৈছে— পাৰিলে পিচদিনাই ভেলোৰলৈ নিয়া ভাল।

কথাষাৰ শুনি বিমোৰত পৰিলো। খঙো উঠিল। ডাক্তৰক খং কৰি কলো— ইমান দিনে যদি বেমাৰ কি তাকেই ধৰিব নোৱাৰিলে তেন্তে ছোৱাজনীকনো ইমান চোকা চোকা দৰব বোৰ দি কষ্ট দিলে কিয় আৰু মোকনো কিয় অযথা খৰচান্ত কৰিলে? ডাক্তৰে সেমেনা সেমেনিকৈ তেওঁ যথাসাধ্য যত্ন কৰিছে বুলি কৈ অন্য ৰোগী চোৱাত লাগিল।

পিচদিনা অফিচলৈ গৈ ছুটিৰ দৰ্খাস্ত কৰিলো আৰু প্ৰভিডেন্ট ফাণ্ডৰ

পৰা অলপ টকা উঠোৱাৰো বন্দবস্ত কৰিলো। দুই এক বন্ধু বান্ধৱৰ পৰাও কিছু টকা কালিয়নে লৈ দুদিন মান পাচত মাদ্ৰাজলৈ যাওনা হলো। মাদ্ৰাজত মোৰ ভাই এটা থাকে— মাদ্ৰাজৰ ইণ্ডিয়ান ইন্‌ষ্টিটিউট্ অব টেকনলজিত অংক শিকায়। আই, আই, টি কেম্পাচত থকা তাৰ কোৱাৰ্টাৰলৈ উঠিলোগৈ। ৰাতি কথাই কথাই দি কলে যে আই আই টিৰ হস্পিটাললৈ এজন ডাক্তৰ সপ্তাহত তিনি দিন কৈ আহে। তেওঁৰ অকল ভাৰততে নহয় বিদেশতো নাম আছে। তেলোৰলৈ যোৱাৰ আগতে ছোৱালীজনীক এবাৰ এইজন ডাক্তৰক দেখুওৱা বেয়া নহ্‌ব।

মোৰ ভাইটোৰ লগতে আই, আই, টি হাস্পাতালৈ গৈ ডাক্তৰ জনক দেখা কৰিলো। আগৰ চিকিৎসাৰ সকলো কথা ডাক্তৰে শুনিলে আৰু প্ৰেসক্ৰিপচন বিলাকো চালে। অৱশেষত ডাক্তৰে ক'লে যে ছোৱালীজনীক ভেলোৰলৈ নিয়াত তেওঁৰ আপত্তি নাই, কিন্তু যিজন ডাক্তৰে তাত চাব তেও এওঁৰে ছাত্ৰ। তেখেতে নিজে কিন্তু ভাবে যে ছোৱালীজনী ভেলোৰলৈ নিনিলেও হ্‌ব। ভাইটোৰ লগত আলোচনা কৰি সিদ্ধান্ত কৰিলো যে এখেতে যেনে দিহা দিয়ে তেনে ধৰণেই আগবঢ়া উচিত হ্‌ব। ডাক্তৰে ছোৱালীজনী পৰীক্ষা কৰি তেজ, এক্স-ৰে ইত্যাদি দুই-তিনিটা বেলেগ বেলেগ পৰীক্ষা কৰিবলৈ লিখি দিলে। চোৱাৰ বাবে ফিজ ললে ৬০্ টকা। চিন্তা হ'ল। এনেদৰে কেইবাৰ বা ৬০্ টকাকৈ ফিজ্ দিব লাগিব। পৰীক্ষাৰ ৰিজাল্ট বোৰ লৈ গৈ ডাক্তৰক আৰু ৩ ৪ বাৰ দেখা কৰিলো— কেতিয়াবা আই, আই, টি হস্পিটালত, কেতিয়াবা ঘৰত। পিচৰ কেইবাৰ কিন্তু তেও বেলেগ ফিজ্ নললে। সকলোবোৰ চাই-চিতি তেওঁ এদিন কলে যে ছোৱালীজনীৰ টনচিল অপাৰেচন্ কৰিব লাগিব। অন্য কোনো অসুখ নাই।

অপাৰেচন তেৱেঁই কৰিব। কোনটো নাৰ্চিং হোমত অপাৰেচন কৰিব খোজো শুধিলে। আমাৰ কোনো তেনে নিৰ্দিষ্ট নাৰ্চিং হোম নাই বুলি কোৱাত তেওঁ চহৰৰে পুন্নমালি হাই ৰোডত থকা এখন নাৰ্চিং হোমৰ কথা কলে। সেই নাৰ্চিং হোমলৈ গলো। অপাৰেচন থিয়েটাৰৰ এক শ্টাৰ ভাড়া এশ টকা। অপাৰেচনৰ পাচত বেমাৰী এবেলালৈ ৰাখিবৰ বাবে এটা কমৰ ভাড়া ৫০্ টকা আৰু ডাক্তৰক আপাৰেচনৰ বাবদ ৩০০্ টকা দিবলগীয়া হ'ল। দুদিন পাচত ছোৱালীজনী লৈ মাদ্ৰাজ এৰিলো। ভগবানৰ কৃপাত ছোৱালীজনীৰ পৰি থাকিবলগীয়া বেমাৰ এতিয়ালৈকে আৰু হোৱা নাই।

মাদ্ৰাজলৈ ছোৱালীজনী লৈ যোৱাৰ আগদিনাৰ কথা। খোৱাত আৰু বাধা নিষেধ কিবা আছে নেকি শুধিবলৈ আগতে চাই থকা ডাক্তৰজনৰ

ওচৰলৈ মোৰ নবমমান শ্ৰেণীত পঢ়ি থকা ল'ৰাটোক পঠাইছিলো। মোৰ লগত সময়ে সময়ে অহা যোৱা কৰা বাবে ডাক্তৰে তাক ভালদৰে চিনি পাইছিল। সি ডাক্তৰৰ কোঠাত সোমাই ভনীয়েকে নিয়মিত বাদে আন বস্তু খোৱাত কিবা বাধা আছে নেকি বুলি সোধাত ডাক্তৰে নাই বুলি ক'লে। সি কোঠাৰ পৰা ওলাব খোজাৰ লগে লগেই ডাক্তৰে পিচ ফালৰ পৰা মাত লগালে, "হেৰা, মোৰ ফিজটো— ফিফটিন, ফিফটিন?"



[কাহিনীটো একে নামেৰেই দৈনিক জনমভূমি বাতৰি কাকতৰ ১৯৯২ চনৰ ১৪ জুন তাৰিখৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# পিতা ধৰ্ম, পিতা.....

[কিছু কথা শুনা, কিছু নিজে দেখা।]

(১)

দুই ভাই। সহোদৰ। দুয়ো ভাল চৰকাৰী চাকৰি কৰে। ককায়েক পণ্ডিত মানুহ, সকলোৱে শ্ৰদ্ধা আৰু সন্মান কৰে। চাকৰি কৰে এক দূৰ চহৰত। ভায়েকো শিক্ষিত, কিন্তু ফুলবাবু। তেওঁক লগ পাইছিলো কৰিমগঞ্জত। ইংৰাজী ভাষাত বাদে অন্য ভাষাত যেন কথা পাতিবলৈ ভাল নাপায়। তেওঁক লগ পালেই কোনজন গবৰ্ণৰক তেওঁ কেতিয়া লগ পাইছিল, কোনজন গবৰ্ণৰে তেওঁক কি কৈছিল, তেনে ধৰণৰ কথাহে তেওঁ বেচিঁকৈ কৈছিল। আই, চি, এচ্ বিষয়াতকৈ তলৰ পদবীৰ মানুহ বা অন্যান্য "নেটিভ"ৰ কথা তেওঁৰ




মুখৰ পৰা শুনা আমাৰ মনত নপৰে। নাস্তিক লোক, চহৰখনৰ পিলিঙা ল'ৰাই বি, এন, জি, এচ্ বুলি জোকায়। বি, এন, জি এচ্ৰ অৰ্থ প্ৰথমে বুজা নাছিলো। পাচলৈহে বুজিলো যে বি, এন, জি, এচ মানে "বিলেত

না গিয়েই চাহেব"। ককায়েক ভায়েকৰ মাজত আকাশ পাতাল তফাৎ, সুমেৰু কুমেৰুৰ পাৰ্থক্য। ককায়েক বিপত্নীক, দুই কন্যাৰ পিতৃ। পত্নী, এক কন্যা আৰু দুই পুত্ৰৰে সৈতে ভায়েকৰ সংসাৰ। মই প্ৰথমে দেখা সময়ত এই কন্যা ছাত্ৰী।

(২)

যাঠীৰ দশকৰ শেষ ভাগত মই কৰিমগঞ্জলৈ মহকুমাধিপতি হিচাবে বদলি হওঁ। কাৰ্যভাৰ শ্ৰীঅশোক পাণ্ডেৰ পৰা গ্ৰহণ কৰিম। গুৱাহাটীৰ পৰা ৰেলেৰে গৈ যিদিনা ৰাতিপুৱা কৰিমগঞ্জ পালোগৈ সেই দিনাই আগবেলা কাৰ্য্যভাৰ গ্ৰহণ কৰিলো। আবেলি শ্ৰীপাণ্ডেৰ বিদায় সভা। তেওঁ সেই নিশাৰ ৰেলতে কৰিমগঞ্জ এৰিব। বিদায় সভাত বহি থকা সময়তে তেওঁ মোক ক'লে যে প্ৰাথমিক বিদ্যালয় একনৰ এজন অৱসৰ প্ৰাপ্ত দৰিদ্ৰ শিক্ষকে এক-দুই মাহৰ অন্তৰে অন্তৰে মোক হয়তো দেখা কৰিবলৈ আহিব। মই তেওঁক আহিলেই যেন মহকুমাধিপতিৰ সাহায্য পুঁজিৰ (পুত্তৰ ফাণ্ড) পৰা অন্ততঃ ৩০ বা ৪০ টকাৰ এটা সাহায্য আগবঢ়াওঁ। পাণ্ডেই লগতে ক'লে, "মই কিয় এই দৰিদ্ৰ শিক্ষকক সাহায্য পুঁজিৰ পৰা টকা দিবলৈ অনুৰোধ কৰিছো তুমি কিছুদিন পাচতেই বুজিবা। টকা দিলে তোমাৰ অনুশোচনা নহব বুলিয়েই মোৰ দৃঢ় ধাৰণা।"

(৩)

কৰিমগঞ্জত প্ৰথম বাৰ ই, এ, চি, হিচাবে চাকৰি কৰোতেই মহকুমাধিপতিৰ যে এটা "পুত্তৰ ফাণ্ড" আছে সেই কথা জানিছিলো। প্ৰতিজন মেজিষ্ট্ৰেটৰ টেবুলত, ট্ৰেজাৰীৰ একাউণ্টেণ্ট, কেচিয়াৰ আদিৰ টেবুলৰ কাষত, যোগান বিভাগ আদি কাৰ্যালয়ত একোটাকৈ টিনৰ টেমা (ডাঙৰ গাখীৰৰ টেমা এটাৰ সমান) দিয়া হৈছিল। টেমা বিলাকত "পুত্তৰ ফাণ্ড" কথাটো ইংৰাজীতে লিখা আছিল আৰু ঢাকনি বিলাক লা বে "চীল" কৰা আছিল। বন্দুকৰ লাইচেন্স নবীকৰণৰ সময়ত, গোচৰত আচামী জামিনত মুক্তি পালে, ব্যৱসায়ীয়ে ট্ৰেজাৰীলৈ বিশেষকৈ "টেলিগ্ৰাফিক ট্ৰেন্সফাৰ" যোগে অহা টকা আদি নিবলৈ বা ঠিকাদাৰে বিলৰ টকা আনিবৰ সময়ত দুই-চাৰি টকা টেমাৰ ওপৰৰ চিদ্ৰটোৰে টেমাত থৈছিল। অফিচ ছুটীৰ সময়ত দৈনিক সেই টেমাবোৰ নি

ট্রেজাৰীত ৰখা হৈছিল আৰু পিচদিনা ট্রেজাৰীৰ পৰা আনি পুনৰ টেবুলে টেবুলে থোৱা হৈছিল। কৰিমগঞ্জত চাকৰিত যোগদান কৰা দিনৰ পৰা মহকুমাধিপতিৰ পিয়ন অবিনাশক এই টিনবোৰ অনা নিয়া কৰা দেখিছিলো। মই মহকুমাধিপতি হৈ যাওঁতেও এই দায়িত্ব অবিনাশৰেই আছিল।

সাধাৰণতে সপ্তাহটোৰ মূৰত এই টেমাবোৰৰ টকা এজন ম্যেজিষ্ট্রেটৰ সাক্ষাতত গণনা কৰা হৈছিল আৰু সেই টকা ট্রেজাৰীৰ কোঁচয়াৰৰ জিম্মাত ৰখা হৈছিল। অতি দৰিদ্ৰ বা অভাৱগ্ৰস্থ মানুহক এই পুঁজিৰ পৰা মহকুমাধিপতিয়ে সাহায্য আগ বঢ়াইছিল। মহকুমাধিপতিয়ে লিখিত হুকুম দিলে হুকুম অনুসৰি কেচিয়াৰেহে ব্যক্তিজনক টকা দিছিল। এই পুঁজিৰ পৰা সাধাৰণতে ২০ ২৫ টকাতকৈ সৰহ ধন দিয়া নহৈছিল। সেই সময়ত অৱশ্যে ২০ ২৫ টকাৰ মূল্যও ভালেখিনি আছিল।

(৪)

মই দ্বিতীয় বাৰ কৰিমগঞ্জলৈ যোৱাৰ কিছু বছৰ আগতে সেই চহৰৰে নিকটবৰ্ত্তী এক গ্ৰামাঞ্চলৰ এজন যুবকে বৰ সুখ্যাতিৰে সমূহ পৰীক্ষাত উত্তীৰ্ণ হৈ এটা বৰ ডাঙৰ চাকৰিত যোগদান কৰিছিল। মেধাবী যুবক উত্তম চাকৰি, সেয়ে দুই ভাইৰ ডাঙৰ জনে দূৰৰ চহৰৰ পৰা এই যুবকৰ লগত তেওঁৰ প্ৰথমা কন্যাৰ বিবাহৰ এটা প্ৰস্তাৱ আগ বঢ়াবৰ বাবে ভায়েকক লিখিলে। ভায়েকৰ ওপৰত ককায়েকৰ অগাধ বিশ্বাস আছিল বাবেই এনে এটা গুৰুত্বপূৰ্ণ কামৰ ভাৰ ভায়েকক সঁপিছিল। ভায়েকে কিন্তু ইয়াতো নিজৰ গুণ বাপিৰ পৰিচয় নিদিয়াকৈ নাথাকিল। তেওঁ যুবকৰ ঘৰলৈ কন্যাৰ প্ৰস্তাৱ লৈ গ'ল সঁচা, কিন্তু ককায়েকৰ কন্যাৰ নহয়, নিজৰ কন্যাৰ। তেওঁৰ বাক-চাতুৰতা আৰু কথাৰ ফুলজাৰিত যুবকৰ নিম্ন মধ্যবিত্ত পৰিয়ালটো ভোল গ'ল, প্ৰস্তাৱত মান্তি হ'ল। পিচত ককায়েকে কথাটো জানিছিল যদিও ভাতৃ-কন্যাৰ বিয়ালৈ আহি দৰা-কন্যাক আশীৰ্ব্বাদ দি গৈছিল।

(৫)

কিছু বছৰ পাচৰ কথা, মই তেতিয়াও কৰিমগঞ্জলৈ মহকুমাধিপতি হৈ যোৱা নাই। যুবকৰ কিন্তু নাম শুনিছো, চাকৰিত অকল পদোন্নতি হোৱাই নহয়, ভাল বিষয়া বুলি তেওঁ সুনামো অৰ্জন কৰিছে।

যুবকৰ লগত মোৰ প্ৰথম দেখা চিলঙত— এজন মন্ত্ৰীৰ কোঠাত।

কথাই কথাই ক'লে যে মই কৰিমগঞ্জত ই, এ, চি, হৈ থকাৰ সময়ত তেওঁ তাৰে কলেজৰ ছাত্ৰ আছিল, মোক দেখা তেওঁৰ মনত আছে। আৰম্ভণীতে চাকৰি কৰা চহৰখনৰ কথা পাতি ভাল লাগিল। মন্ত্ৰীৰ কোঠাত আলোচনাৰ পাচত সেই আলোচনাত অংশ গ্ৰহণ কৰা এক বন্ধুৰে সৈতে আবেলি গুৱাহাটীলৈ একেখন গাড়ীতে উভটিছো। বাটত নানান কথাৰ মাজত যুবকৰ কথাও ওলাল। বন্ধুৱে যুবকৰ কথা কৈ দুখ কৰিলে। ক'লে ব্যাহ্যিক কথা বতৰাত ধৰিব নোৱাৰিলেও তেওঁৰ পাৰিবাৰিক শান্তি পদ-বিন্দুত।

পত্নীয়ে যুবকৰ নিম্ন মধ্যবিত্ত পৰিয়ালটো সমূলি মানি লব নোৱাৰিলে। পত্নীয়ে হেনো এই টোকোনা পৰিয়ালটোলৈ তেওঁক কিয় বিয়া দিলে সেই কথা কৈ প্ৰায়েই আক্ষেপ কৰে। ঘৰুৱা অশান্তিৰ ফল স্বৰূপে যুবকো অতি ক্ষীপ্ৰগতিত পিতৃ-মাতৃ আৰু নিজৰ পৰিয়ালৰ লোক সকলৰ পৰা আঁতৰি আহিবলগীয়া হ'ল। চাকৰিৰ উপাৰ্জ্জনেৰে তেওঁ তেওঁৰ পত্নীৰ ক্ৰমবৰ্দ্ধমান আৰু অযুক্তিকৰ আৰ্থিক অভিলাষো পূৰণ কৰিব নোৱাৰা হ'ল, সেয়ে তেওঁৰ পদস্খলনো হেনো আৰম্ভ হ'ল। প্ৰায় প্ৰতি নিশাই যুবকৰ ঘৰত কাপ-প্লেট ভঙাৰ শব্দ শুনা যায়— ওচৰ চুবুৰীয়াই বুজে যে স্বামী-স্ত্ৰীৰ কাজিয়া তেতিয়া শীৰ্ষবিন্দুত। স্বামীৰ পৰিয়ালৰ লোক কোনোবা দিনা কিবা কাৰণত যদি সেই ঘৰলৈ গৈছে, তেন্তে অপমান নোপোৱাকৈ কোনেও স্বগৃহলৈ ঘূৰিব পৰা নাই।

যুবকৰ পিতৃ যি বহু কষ্ট কৰি পুত্ৰক শিক্ষিত কৰি 'মানুহ' কৰি তুলিছিল, তেওঁ হেনো বহু হাবিয়াস কৰি এবাৰ পুতেকে চাকৰি কৰি থকা চহৰলৈ পুতেকক লগ পাবলৈ গৈছিল। চহৰত বহু বাট বুলি, পুত্ৰ থকা অট্টালিকা সদৃশ ঘৰ তেওঁ উলিয়াইছিলগৈ, কিন্তু পুত্ৰৰ লগত থকাৰ সৌভাগ্য তেওঁৰ নহল। ঘৰলৈ একেদিনাই ঘূৰিবৰ সুবিধা নাছিল যাবে পিতৃয়ে বাধ্য হৈ ৰাতিটো কটাবলগীয়া হ'ল একে চৌহদতে থকা "চাৰ্ভেন্টচ্ কোৱাৰ্টাৰ"ৰ কোঠা এটাত। ৰাতি পিতৃ অকল উজাগৰে থকাই নহয়, অনাহাৰেও আছিল। প্ৰত্যুষতে পিতৃয়ে কাকো মাত নিদিয়াকৈ নিজৰ ঠাইলৈ উভটিল। মাত-বোলেই বা দিব কাক? কোন আছে তেওঁৰ?

ধন্য পুত্ৰ, ধন্য পুত্ৰবধু।

(৬)

সেই পিতৃয়েই অশোক পাণ্ডে কোৱা প্ৰাথমিক স্কুলৰ অৱসৰ প্ৰাপ্ত

দৰিদ্ৰ শিক্ষক। সৰ্ব্ব শৰীৰত দাৰিদ্ৰতাৰ চাপ বিদ্যমান হলেও মুখমণ্ডলত আৰু কথা বতৰাত আভিজাত্যৰ চাপ। কৰিমগঞ্জত মহকুমাধিপতি হৈ থকা সময়ত ভালেকেইবাৰ মই তেওঁক লগ পাইছিলো। মুখ খুলি মোৰ ওচৰত তেওঁ কেতিয়াও কোনো সাহায্যৰ কথা কোৱা নাছিল। তেওঁ আহিলেই অৱশ্যে প্ৰতিবাৰ সাহায্য বিচাৰিব পৰা সামান্য সাহায্য মই তেওঁলৈ আগ বঢ়াইছিলো।

ভাবিছিলো, ভাবি দুখ পাইছিলো। কাৰ কপালত কি লিখা আছে কোনে জানে? কোনে জানে মোৰ বা অৱসৰৰ পাচত কি গাত হব?

[এই কাহিনীটো "কিছু কথা শুনা, কিছু নিজে দেখা' নামেৰে দৈনিক জনমভূমিৰ ১৯৯২ চনৰ ১২ জুলাইৰ সংখ্যাত প্ৰকাশিত হৈছিল।]

# প্ৰভুত্ব

## (১)

১৯৭৪ চনৰ কথা। তেতিয়া ধানৰ "একচেটিয়া সংগ্ৰহৰ" (মন'পলি প্ৰকিওৰমেন্ট) কাল। সেই সময়ত অসম চৰকাৰৰ হৈ মাত্ৰ দুটা প্ৰতিষ্ঠানে অসমত ধান সংগ্ৰহ কৰিছিল। তাৰে এটা প্ৰতিষ্ঠান হ'ল অসম সমবায় শীৰ্ষ বেচা কিনা সমিতি (আচাম কো অপাৰেটিভ এপেক্স মাৰ্কেটিং চোচাইটি) আৰু আনটো হ'ল ভাৰতীয় খাদ্য নিগম (ফুড কৰপোৰেচন অব ইণ্ডিয়া)। বছৰে বছৰে অৱশ্যে এই প্ৰতিষ্ঠান দুটাৰ সংগ্ৰহৰ এলেকা সলনি হৈ আছিল। ১৯৭৪ চনত অসম চৰকাৰে এপেক্স মাৰ্কেটিং চোচাইটিক ব্ৰহ্মপুত্ৰ নদীৰ



উত্তৰাঞ্চল আৰু দক্ষিণৰ ডিব্ৰুগড় জিলাত একচেটিয়া ধান সংগ্ৰহৰ কৰ্তৃত্ব দিছিল। অসমৰ বাকী অঞ্চলত ধান সংগ্ৰহৰ দায়িত্ব খাদ্য নিগমক দিয়া হৈছিল। এই কাল চোৱাত অসম চৰকাৰৰ পৰা নিযুক্তি পোৱা এজেণ্টত বাদে অন্যকোনো লোক বা বেপাৰীয়ে একে সময়ত আঢ়ৈ কুইণ্টলতকৈ বেচি ধান বা চাউল কিনিব নোৱাৰিছিল আৰু আনকি সেই পৰিমাণৰ ধান

বা চাউলো এটা সংগ্রহ খণ্ডৰ (প্ৰকিওৰমেণ্ট জোন) পৰা আন এটা সংগ্ৰহ খণ্ডলৈ চৰকাৰৰ বিনা অনুমতিত অনা নিয়া কৰিব নোৱাৰিছিল। সমগ্ৰ ৰাজ্যখনক সেই সময়ত ১০ টা বা ১১ টা সংগ্ৰহ খণ্ডত বিভক্ত কৰা হৈছিল আৰু অধিকাংশ ক্ষেত্ৰতে প্ৰশাসনিক জিলাৰ সীমাই এনে সং: খণ্ডৰো সীমা আছিল। চৰকাৰে প্ৰবৰ্তন কৰা নীতি মতে তেতিয়া চৰকাৰী এজেণ্টে ধান সংগ্ৰহৰ লগে লগে উদবৃত্ত অঞ্চলৰ পৰা ঘাটি অঞ্চললৈ ধান সৰবৰাহ কৰিবও লাগিছিল। ইয়াৰ উদ্দেশ্য ঘাইকৈ দুটা আছিল। প্ৰথম— গাওঁ অঞ্চলত আৱশ্যকীয় পৰিমাণে ধান চাউল মজুত ৰাখিব পৰা গুদামৰ নাটনি আছিল আৰু যি দুই এটা গুদাম কোনো কোনো ঠাইত আছিল সেই গুদাম লগে লগে খালি কৰি নগলে ঠাইৰ অভাৱত সংগ্ৰহ বাধা গ্ৰস্থ হোৱাৰ সম্ভাৱনা আছিল। দ্বিতীয়— ঘাটি অঞ্চলত বিশেষকৈ জিলা বা মহকুমাৰ সদৰত থকা গুদাম ঘৰৰ সৎ ব্যৱহাৰ কৰা আৰু প্ৰয়োজন বোধে ধান বানি ঘাটি অঞ্চলত ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ যোগেদি চাউল যোগান ধৰা। এই ব্যৱস্থাত অৱশ্যে বাহি অঞ্চলত থকা ধান কলৰ মালিক সকলৰ আপত্তি আছিল। কিয়নো সংগৃহীত ধান, ধান হিচাবে ঘাটি অঞ্চললৈ যোৱা বাবে তেওঁলোকৰ ভাগত বানিবলৈ দিয়া ধানৰ পৰিমাণ কম হৈছিল। আনহাতে এই ব্যৱস্থাত এজেণ্টৰ পৰিবহন খৰচো কিছু বেচি হৈছিল। উদাহৰণ স্বৰূপে এখন ট্ৰাকত ১০০ কুইণ্টল ধান আনোতে যি ভাড়া দিবলগীয়া হৈছিল ১০০ কুইণ্টল চাউল আনোতেও সেই ভাড়াই দিব লাগিছিল। কিন্তু ১০০ কুইণ্টল ধান, চাউল হিচাবত ধৰিলে ৬৫ৰ পৰা ৬৭ কুইণ্টল চাউলহে হয়। গতিকে চাউল হিচাবে আনিলে এজেণ্টে একে ভাড়াতে সৰহ বস্তু আনিব পাৰিছিল।

চৰকাৰী এজেণ্টে সংগৃহীত্ত ধান বাণিব বাবে ধান কলক দিয়াৰো কিছুমান নিয়ম আছিল। সংগৃহীত ধান প্ৰথমে সমবায় খণ্ড আৰু খাদ্য নিগমৰ ধান কলক দিয়াৰ পাচতহে ব্যক্তিগত খণ্ডৰ ধান কলক বাহি ধান দিব পৰা হৈছিল। যিহেতু আগতে কৈ অহা দৰে চৰকাৰৰ মনোনীত এজেণ্টত বাদে আন কোনোৱে আঢৈ কুইণ্টলতকৈ সৰহ ধান কিনিব নোৱাৰিছিল সেয়ে ব্যক্তিগত খণ্ডৰ ধান কলৰ মালিক সকলে এজেণ্ট সকলৰ পৰা ধানৰ আবণ্টন পাব বুলি আশা পালি বৈ থাকিবলগীয়া হৈছিল। কুৰ, সমষ্টু, পালি নেতাবে পৰা আৰম্ভ কৰি পাত্ৰ-মন্ত্ৰীলৈকে প্ৰায় সকলোৱেই ব্যক্তিগত খণ্ডৰ কোনো কোনো ধান কলৰ মালিকক সৰহকৈ ধান আবণ্টন দিব লাগে বুলি সুপাৰিশ কৰিছিল আৰু দুই-একে দিনিলে বস্তা চকুও দেখুৱাইছিল।

মই সেই সময়ত এপেক্স মাৰ্কেটিং চোচাইটিৰ পৰিচালক সভাপতি তথা

চেয়াৰমেন। এদিন পুৱাতে ঘৰত এজন সাংবাদিক আৰু এজন নামী সাহিত্যিক উপস্থিত হ'লহি। দুয়ো পৰিচিত। সামান্য কথা বতৰাৰ পাচত অফিচলৈ যাবলৈ পলম হ'ব বুলি অহাৰ উদ্দেশ্য সোধাত তেওঁলোকে গুৱাহাটীৰ এটা নিৰ্দিষ্ট ধান কলক ধান আবণ্টন দিবৰ বাবে জোৰ কৰিলে। আচৰিত হলো। সাংবাদিক আৰু সাহিত্যিকৰ লগত ধান আবণ্টনৰ বাৰু কি সংযোগ হ'ব পাৰে? বন্ধুত্ব, দালালি, সুৰা নে অন্য কিবা? চাম বাৰু বুলি কৈ আশা দিয়া উচিত নহব বুলি ভাবি ক'লো যে এই ধান কলৰ মালিকে আগতে ভাৰতীয় খাদ্য নিগমৰ ধান বানি প্ৰায় এক লাখ টকাৰো অধিক মূল্যৰ চাউল ওভোটাই নিদিয়া বাবে কেবা বছৰো ধৰি এইটো ধান কলক খাদ্য নিগমে ধান দিয়া নাই। খাদ্য নিগম বিয়াগোম প্ৰতিষ্ঠান। এই লোকচানে তেওঁলোকৰ একো ক্ষতি সাধন কৰিব পৰা নাই, কিন্তু এপেক্স মাৰ্কেটিংএ টো এনে লোকচান সহিব নোৱাৰিব। আমাৰ লগৰ প্ৰতিষ্ঠান এটাই যেতিয়া এইটো ধান কলক "ব্লেক-লিষ্টেদ্" কৰিছে তেনে ক্ষেত্ৰত আমাৰ পক্ষে এই ধান কলক ধান আবণ্টন দিয়া সম্ভৱ নহব। সাহিত্যিকে তথাপিও পুনৰ বিষয়টো এবাৰ বিবেচনা কৰি চাবৰ বাবে অনুৰোধ কৰিলে, কিন্তু সাংবাদিক জনে ভাবুকি দি ক'লে এই ধানকল টোক ধান নিদিলে তেওঁ এপেক্স মাৰ্কেটিংৰ দুৰ্নীতি সম্পৰ্কে বাতৰি কাকতত লিখিবলৈ বাধ্য হ'ব। খঙ উঠিল। সাংবাদিকজনক দালালৰ ভূমিকা লৈ ভৱিষ্যতে যেন তেনে অনুৰোধ লৈ নাহে তাৰ বাবে সঁকিয়াই দি ক'লো যে প্ৰতিষ্ঠানটোত দুৰ্নীতি যদি কিবা আছে সেই কথা প্ৰকাশ কৰিবলৈ তেওঁ মোৰ অনুমতি লোৱাৰ আৱশ্যকতা নাই আৰু তেওঁ যদি এই ভাবুকি শুনি মই ধান কলটোক ধান আবণ্টন দিম বুলি ভাবিছে তেন্তে তেওঁ সাংঘাটিক ভুল কৰিছে।

কেইদিনমান পাচত মুখ্যমন্ত্ৰীৰ বাসভৱনত ধান সংগ্ৰহৰ অগ্ৰগতি সম্পৰ্কে আলোচনা কৰিবলৈ আহ্বান কৰা সভা এখনত যোগদান কৰিবলৈ গৈছো। সভাত মুখ্যমন্ত্ৰীত বাদেও অন্যান্য ৩-৪ গৰাকী মন্ত্ৰী, মুখ্য সচিবকে ধৰি কেই গৰাকীমান বিষয়া আৰু খাদ্য নিগমৰ ৰিজিওনেল মেনেজাৰ উপস্থিত আছিল। যোগান আৰু সমবায় বিভাগৰ মন্ত্ৰী ৰাজ্যৰ বাহিৰত থকা বাবে সেই সভাত উপস্থিত নাছিল। আলোচনাৰ অন্তত আমি সকলো উঠিম, এনেতে সভাত উপস্থিত এজন মন্ত্ৰীয়ে (এওঁ আগতে ওকালতি কৰিছিল) সকলোৰে সমুখত মই কিয় গুৱাহাটীৰ সেই নিৰ্দিষ্ট ধান কলটোক ধান দিয়া নাই তাৰ কৈফিয়ৎ বিচাৰিলে। লগতে কলে যে মিলৰ মালিক জন তেওঁৰ মক্কেল আৰু সৎ পুৰুষ। হঠাতে এনেদৰে কৈফিয়ৎ বিচৰা বাবে

অপ্রস্তুত হলো। এই ধান কলক ধান নিদিয়াৰ কাৰণ কব নোৱাৰোতেই মন্ত্ৰী অধৈৰ্য্য হৈ এই ধান কলক এক বুজন পৰিমাণৰ ধান অতি শীঘ্ৰে আবণ্টন দিবলৈ নিৰ্দেশ দিলে। চাকৰিয়াল হিচাবে সিমানলৈকে বোধহয় সহ্য কৰিব পৰাৰ ভিতৰতেই আছিল কিন্তু যেতিয়া মন্ত্ৰী গৰাকীয়ে নিজে ভোৰ ভোৰাবলৈ ধৰিলে যে আমাৰ নিচিনা বিষয়াৰ বাবেই হেনো নিৰ্দোষী লোকে ৰ ভুগিবলগীয়া হৈছে, তেতিয়া আৰু অপেক্ষা কৰা উচিত নহব বুলি ভাবি মন্ত্ৰীক উদ্দেশ্য কৰি কলো যে কিয় এই ধান কলক ধান দিয়া নাই সেই কথা নুশুনি আপুনি দিয়া নিৰ্দেশৰ বিষয়ে মই মোৰ বিভাগৰ মন্ত্ৰীক জনাম আৰু তেখেতৰ নিৰ্দেশ মতেহে পৰৱৰ্ত্তী ব্যৱস্থা লম। কথা শুনি মন্ত্ৰী আৰু গৰম হব খোজোঁতেই যেনিবা মুখ্যমন্ত্ৰীয়ে হস্তক্ষেপ কৰি মন্ত্ৰীজনাক এনে ধৰণৰ বিষয় সম্পৰ্কে কিবা কবলগীয়া থাকিলে বিভাগীয় মন্ত্ৰীক জনাবলৈ ক'লে আৰু বিভাগীয় মন্ত্ৰীৰ নিৰ্দেশ লৈহে মই ব্যৱস্থা লম বুলি কোৱা কথাত সন্মতি জনালে।

বিভাগীয় মন্ত্ৰী ঘূৰি অহাত নথিত টোকা দি বিষয়টো সম্পৰ্কে জনোৱা হ'ল। বিভাগীয় মন্ত্ৰীয়ে এই ধান কলটোক কোনো ধান নিদিবলৈ হুকুম দিলে।

* * *

বহুদিন পাচৰ কথা। চৰকাৰ ইতিমধ্যে দুই তিনিবাৰ সলনি হৈছে। মই তেতিয়া শ্ৰম বিভাগৰ সচিব। এদিন হঠাতে দেখো যে ধান আবণ্টন দিবলৈ নিৰ্দ্দেশ দিয়া সেই মন্ত্ৰী গৰাকী মোৰ কোঠাত উপস্থিত। কুশল বাৰ্ত্তা সুধি বহিবলৈ ক'লো। তেখেতৰ গাত তেতিয়া ক'লা কোট। বুজিলো যে মন্ত্ৰীত্ব যোৱাৰ পাচত তেখেতে পুনৰ ওকালতি আৰম্ভ কৰিছে। আগমনৰ কাৰণ সোধাত কলে যে এটা গোচৰ সম্পৰ্কত মোৰ ওচৰলৈ আহিছে। তেখেতে মক্কেলৰ হৈ এখন দৰ্খাস্ত মোলৈ আগ বঢ়াই দিলে। দৰ্খাস্তত চকু ফুৰাই দেখিলো যে মক্কেল সেই তাহানিৰ ধানকলৰ মালিক।

(২)

খাদ্য নিগমে যে অকল গুৱাহাটীৰ এই ধান কলটোৰ পৰাহে চাউল যুগুতাই পাবলগীয়া আছিল তেনে নহয়, অসমৰ বিভিন্ন প্ৰান্তৰৰ আনে কেইটা ধান কলৰ পৰা চাউল পাবলগীয়া আছিল। খাদ্য নিগমৰ অনুৰোধত অসম

চৰকাৰৰ যোগান বিভাগৰ সঞ্চালকালয়ৰ পৰা এনেকুৱাকে চাউল ঘূৰাই নিদিয়া ধান কলৰ মালিক সকলৈ সেই চাউল অথবা তাৰ মূল্য তৎকালীন খাদ্য নিগমক জমা দিবলৈ জাননী দিয়া হৈছিল। দুই এটা ধান কলৰ মালিকে ইতিমধ্যে খাদ্য নিগমক চাউলৰ মূল্য ঘূৰাইও দিছে।

১৯৭৭-৭৮ চনত মই যোগান বিভাগৰ (পিচলৈ খাদ্য আৰু অসামৰিক যোগান বিভাগ) সঞ্চালক হৈ থকাৰ সময়ত এদিন এজন বৃদ্ধ ভদ্ৰলোকে মোক কাৰ্য্যালয়তে সাক্ষাত কৰে। লগত এজন ডেকা, তেখেতৰ পুত্ৰ। ভদ্ৰলোকে মোক চিনিব পাৰিছিলনে নাই, কব পৰা নাছিলো, কিন্তু মই তেখেতক দেখিয়েই চিনি পাইছিলো। তেখেতৰ ঘৰ আৰু ওকালতি কৰা জিলা খনত মই এসময়ত মেজিষ্ট্ৰেট আছিলো। তেখেতৰ পেশা ওকালতি হলেও ওকালতিৰ পৰা মই জনাত বেচি আয় নহৈছিল। সমাজ সেৱক হিচাবে অৱশ্যে তেখেতক সকলোৱে শ্ৰদ্ধা কৰিছিল।

ভদ্ৰলোকে নিজৰ সমস্যাৰ কথা ক'লে। তেখেতৰ এটা ধান বনা কল আছে। কলটো চলি থকা সময়ত তেখেতে খাদ্য নিগমৰ ধান বানিছিল। কিছুদিন আগতে তেখেতে এখন জাননী পাইছে যে তেখেতে হেনো খাদ্য নিগমে বানিবলৈ দিয়া ধানৰ প্ৰায় ৩৫ হাজাৰ মান টকাৰ মূল্যৰ চাউল ঘূৰাই দিবলৈ বাকী আছে। জাননীত তেখেতক জৰুৰীকৈ চাউল বা তাৰ মূল্য হিচাবে টকা খাদ্য নিগমক জমা দিবলৈ কোৱা হৈছে। তেখেতৰ মতে হিচাবত ক'ৰবাত ভুল আছে। ধানৰ ঘাটি, শুকনি (shrinkage), ধানৰ পৰা চাউলৰ উৎপাদনৰ অনুপাত ইত্যাদি বিষয়বোৰ বিবেচনা কৰিলে তেখেতৰ মতে কোনো চাউল তেখেতে ঘূৰাই দিব নালাগে। ইয়াৰ উপৰিও তেখেতে কলে যে বয়সৰ বাবে আগৰ দৰে তেখেতে কোৰ্ট-কাছাৰিলৈ যাব নোৱাৰে আৰু সেয়ে উপাৰ্জ্জন অত্যন্ত সীমিত হৈছে, ধান কলো ভালেদিন ধৰি বন্ধ হৈ আছে। ল'ৰাটোলৈ আঙুলিয়াই কলে যে সিও উপাৰ্জ্জনক্ষম হোৱা নাই। সেয়ে বিষয়টো সোনকালে চাই দেনাৰ পৰা তেখেতক মুক্তি দিলে বাধিত হব।

তেখেতৰ দৰ্খাস্তত হিচাব পত্ৰ অৰ্থাৎ খাদ্য নিগমৰ পৰা পোৱা ধান, ঘূৰাই দিয়া চাউল, ঘাটি, শুকনি, "আউট-টাৰ্ণ" ইত্যাদিৰ বিতং বিৱৰণ আছিল। দৰ্খাস্ত খনৰ ওপৰত সেই জিলাৰ যোগান বিভাগৰ উপ-সঞ্চালকৰ পৰা প্ৰতিবেদন বিচাৰিলো। ল'ৰা জনে মাজে মাজে লগ ধৰি বিষয়টোৰ অগ্ৰগতি সম্পৰ্কে খবৰ লৈছিল। উপ-সঞ্চালকৰ পৰা প্ৰতিবেদন পালেও দুই-তিনি বাৰ প্ৰতিবেদনৰ ওপৰত স্পষ্টীকৰণ বিচাৰিবলগীয়া হৈছিল। প্ৰতিবেদন

সম্পূৰ্ণ হোৱাত দেখা গ'ল যে দৰ্খাস্তকাৰীয়ে আনুমানিক ৩ হেজাৰ মান টকাৰ মূল্যবহে চাউল ঘূৰাই দিব লাগে।

প্ৰতিবেদন যোগান বিভাগৰ সচিবলৈ পঠোৱা হ'ল। সচিবে খাদ্য নিগমৰ মন্তব্য বিচাৰিলে। ভালে দিন লিখা লিখিৰ পাচত খাদ্য নিগমে প্ৰতিবেদনত উল্লেখ কৰা হিচাবত সন্মতি জনালে। ভদ্ৰলোকক সিদ্ধান্তৰ কথা জনোৱা হ'ল।

কিছুদিন পিচত বৃদ্ধ ভদ্ৰলোকে ল'ৰা সহ মোক পুনৰ দেখা কৰি খাদ্য নিগমক মূল্য ঘূৰাই দিয়া কথা জনালে। তেখেতৰ স্বাস্থ্য ভেঙিয়া অত্যন্ত বেয়া। এনে শৰীৰেৰে মোক দেখা কৰিবলৈ অহাৰ কোনো প্ৰয়োজন নাছিল বুলি কোৱাত তেখেতে কলে যে ইমান ডাঙৰ সকাহ এটা দিয়াৰ পাচত তেখেতে কৃতজ্ঞতা জনাবলৈহে মোৰ ওচৰলৈ আহিছে। ভবিষ্যতে টানে বিপদে প্ৰয়োজন হ'লে যাতে ল'ৰা জনকো চাওঁ তাৰ বাবেও অনুৰোধ কৰিলে।

বহুদিন পাৰ হ'ল। মোক লগ পোৱাৰ কিছু দিন পাচতেই ভদ্ৰলোকৰ মৃত্যু হ'ল। ময়ো ইতিমধ্যে চাকৰিৰ পৰা অৱসৰ লৈছো।

নিৰ্বাচনৰ কিছুদিন পাচত হঠাতে বাতৰি কাকতত ওলোৱা খবৰৰ পৰা জানিলো যে সেই ল'ৰাজনে যি দেউতাকৰ লগত মোৰ কাৰ্য্যালয়লৈ ধান কলৰ দেনা সম্পৰ্কত আহিছিল— তেও হেনো মন্ত্ৰী হৈছে। খবৰটো শুনি ভাল পালো।

চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাচত দিচপুৰলৈ দুই-চাৰিবাৰ পেঞ্চন সম্পৰ্কীয় কামত গৈছিলো যদিও পাচত আৰু যোৱা নাই। দিচপুৰলৈ যাব লগা নিজৰ কোনো কামো নাই আৰু আগৰ চা-চিনাকী বা বন্ধু বান্ধবো প্ৰায় সকলোৱেই অৱসৰ লৈছে। সচিবালয় চৌহদত সোমোৱাও অসুবিধা। লাইন দি প্ৰৱেশ পত্ৰ লৈ পুলিচৰ ঠেলা হেচা খাই এই বয়সত আৰু সেই চৌহদত সোমাবৰো ইচ্ছা নাই। তথাপিও ল'ৰাজন মন্ত্ৰী হোৱা শুনি চাবৰ হেঁপাহ হ'ল। এদিন বিস্তৰ ঠেলা হেচা সহ্য কৰি একোৰকত জনতা ভবনত সোমালো। মন্ত্ৰীৰ কোঠাত ভীৰ। মন্ত্ৰীৰ ব্যক্তিগত সচিবজন পৰিচিত। একালত মোৰ লগতো কেইদিনমান কাম কৰিছিল। তেওঁ বহি থকা চকীৰ কাষৰে এখন চকীত বহিবলৈ দিলে। তীৰ কমাত ব্যক্তিগত সচিবৰ কথা মতে মন্ত্ৰীৰ কোঠাত সোমালো। মই সোমাওতে দেখো মন্ত্ৰীৰ কোঠাত মোত বাদে আৰু আন মানুহ নাই। মন্ত্ৰীয়ে মূৰ ডাঙি কি কাম আছে শুধিলে। তেওঁমোক চিনি নোপোৱা যেন অনুমান হোৱাত নিজৰ পৰিচয় দি ক'লো যে মই কোনো কামত অহা নাই, তেওঁ মন্ত্ৰীহোৱা বুলি শুনি অভিনন্দন

জনাবলৈহে আহিছো। মন্ত্ৰীয়ে কলে যে তেওঁ বৰ ব্যস্ত, পিচত এদিন দেখা কৰিবলৈ আহিলে ভাল হব। ইমান পৰে ঠিয় হৈয়েই আছিলো। মন্ত্ৰীৰ কথা শুনি বিনাবাক্যে উভটিলো। ভাবিলো বহিবলৈ দিয়াৰ সৌজন্যতাও গাদীৰ গৰমত পাহৰি গৈছে। অহেতুক দেখা কৰিবলৈ যোৱা বাবে নিজে নিজকে ধিক্কাৰ দিলো। কমৰ পৰা ওলোৱাত ব্যক্তিগত সচিবজনে বহাৰ পৰা উঠি "চাৰ যায় নেকি" বুলি সোধাত "হয়" বুলি সামান্য হাঁহিবৰ যত্ন কৰিছিলো। সেই হাঁহি হাঁহি হৈ ওলাল, নে কান্দোন হৈ ওলাল ইমান দিনৰ মূৰত কোৱা টান, কিন্তু ভদ্ৰতাত যে ব্যক্তিগত সচিবজন মন্ত্ৰীজনাতকৈ বহু ওপৰত তাত সন্দেহ নাথাকিল।

ঘৰলৈ উভটি আহি পৰিবাৰক ঘটনাটো জনালো। কলে, "আপোনাৰ আৰু কাম নাই, এই ভৰ দুপৰীয়া টলৌ টলৌ কৰি অপাত্ৰৰ হাতত অপদস্ত হবলৈ নোযোৱা হলেও পাৰিলেহেঁতেন"।